সুন্দৰ— সমাজৰ কথা তুমি নিশ্চয় মানি চলিব খোজা ?

কাঞ্চনমতী— ওঁ।

সুন্দৰ— তেন্তে সমাজে যালৈ তোমাক বিয়া দিছে—তাকে ভাল পোৱা সমাজৰ নিৰ্দ্দেশ—তাক তুমি কেনেকৈ পালন কৰিবা ?

কাঞ্চনমতী— অন্তৰতম প্ৰদেশৰ বিষয়ে সমাজে যদিও নিৰ্দ্দেশ দি থৈছে সি সঁচাকৈয়ে পালিত হৈছেনে সমাজে তাক চাবলৈ চম্ভৰী নপঠায়, কিন্তু বিবাহিতা তিৰোতাই বাহিৰা নিয়মবোৰ ৰীতি মতে পালন কৰেনে নকৰে তাৰ কাৰণে সমাজে যথেষ্ট চোৰাং-চোৰা থৈছে। আৰু সমাজ তাতেই সন্তুষ্ট—কাৰণ এইখিনি পালন হলেই সমাজৰ অনিষ্ট নহয়—অৱশ্যে শাৰীৰিকে।

সুন্দৰ— শুনিবলগীয়া। তেন্তে সতীত্ব মানে শাৰীৰিক সতীত্ব।

কাঞ্চনমতী— সেয়ে হলে সমাজ সন্তুষ্ট হয়—

সুন্দৰ— কিন্তু সুন্দৰতো নহয়। সমাজে বলে নোৱাৰা শিলক পৰি নমস্কাৰ কৰিব পাৰে—কিন্তু সুন্দৰে নোৱাৰে। কৃত কৰ্ম্মৰ সতে সমাজৰ সম্বন্ধ—কিন্তু ব্যক্তিৰ ভাবৰ সৈতে ? ভাবেই কৰ্ম্ম-গছৰ গুটি যেতিয়া সেই গুটিৰ বিষয়ে মই সশঙ্কিত নহম কিয় ? আমৰণ গুটিৰপৰা কোনদিনা অঙ্কুৰ ফুটি গছ গজে তাক কোনে কব পাৰিব। সমাজক সন্তুষ্ট কৰিবলৈ তুমি মোক বিয়া কৰাইছিলা। শাৰীৰিক সতীত্বতেই সমাজ সন্তুষ্ট।

কাঞ্চনমতী— অৱশ্যে—কাৰণ আপুনিও মোক মাত্ৰ সমাজৰ সন্তুষ্টিৰ কাৰণেহে বিবাহ কৰাইছিল—আৰু ভালকৈ জানিছিল—আপোনাৰ মাতৃ আৰু সমাজে আমাৰ শাৰীৰিক মিলন বিচাৰিছিল—আপুনি তাত মত দিয়া নাছিল নে ?

সুন্দৰ— কিন্তু তোমাৰ মন যে আনক—

**কাঞ্চনমতী**— তাৰ সতে আপোনাৰ সম্বন্ধ কি? মাতৃৰ অনুৰোধত আপুনি মাত্ৰ শৰীৰটো বিবাহ কোঠালৈ পঠাই—আন পক্ষৰ মনকো তাত বিচৰাটো যুক্তিযুক্ত কথা হৈছেনে?

[ সুন্দৰ হতবিম্ব হৈ বহুপৰ টলকা মাৰি থাকে। ]

**সুন্দৰ**— ( একে উশাহতে ) সি মোৰ ভুল। শুধৰাব—

**কাঞ্চনমতী**—সকলো ভুল শুধৰাব নোৱাৰি।

**সুন্দৰ**— কিয়?

**কাঞ্চনমতী**— কিছুমান ভুল নুশুধৰালে অপকাৰ হয়। কিন্তু কিছুমান ভুল শুধৰাবলৈ গলে ধ্বংস হয়। বৰঘৰৰ খুটাবোৰ ভুলকৈ পুতি ঘৰটো সজাৰ পাছত খুটাবোৰ শুদ্ধকৈ খুৱাবলৈ গলে গোটেই ঘৰটোকেই ভাঙিব লাগিব।

**সুন্দৰ**— ( বৰ উত্তেজিত হৈ ) ভুল যি সি ভুলেই। ঘৰ ভাগক বা সংসাৰ ভাগক তাক শুধৰাবই লাগিব।

**কাঞ্চনমতী**— সেইবুলি আপোনাৰ ঘৰৰ ভিতৰত শিকলিৰে মানুহ বান্ধি থৈ ঘৰৰ খুটা শুধৰাবলৈ গৈ ঘৰ ভাঙি মানুহ মাৰিবৰ কিবা অধিকাৰ আছে জানো?

**সুন্দৰ**— ওলাই গলেই হল।

**কাঞ্চনমতী**— শিকলিৰে বন্ধা সেই শিকলি চিৰকাললৈ খুলিবৰ শক্তি নাই। সেই অশৰীৰী শিকলিৰ বান্ধ এবাৰ খোৱা মানুহে নমৰালৈকে এৰাই যাব নোৱাৰে।

**সুন্দৰ**— মৰিলে তেন্তে?

**কাঞ্চনমতী**—( কিবা এটা ভাবত হাঁহি—সুন্দৰলৈ বাৎসল্য ভাব দেখুৱাই ) আপোনাৰ ভুল শুদ্ধ হব আৰু।

[ সুন্দৰে লাজ পোৱাৰি পায়—কিন্তু একো নামাতে তাৰ পাছত নুবুজা কিবা অকথাৰ দৰে ]

সুন্দৰ—নহয়—নহয়—ভুল—ভুল, শুধৰাবই লাগিব, মোৰ নিজৰ বাক্যৰ এমুৰৰপৰা আন মূৰলৈকে যদি জুই লাগে তথাপিও ভুল শুদ্ধ কৰিব লাগিব। তুমি মোক আচৰিত কৰিছা। অনঙ্গৰ সৈতে তোমাৰ আন্তৰিক ভালপোৱাৰ কথা মোক নিঃসঙ্কোচে আৰু তেজস্বীতাৰে, নিজৰ স্বামীৰ আগত কোনো কথা গুপুত নাৰাখো বুলি, প্ৰকাশ কৰি, সাহ দেখুৱাই এহাতে তোমাৰ মানসিক নির্ভীকতা দেখুৱাইছা। কিন্তু আকৌ আনফালে সেই বাঁস্তব আৰু জীৱন্ত সত্যক উপেক্ষা কৰি, নির্ম্মম কঠোৰভাবে ভৰিৰে মোহাৰি, সমাজৰ প্ৰাণহীন নিয়ম প্ৰতি প্ৰতিকৈ মানি মোৰ সতে সংসাৰ কৰিবলৈকো আগ বাঢ়িছা। এই পৰস্পৰ ঘোৰ বিৰোধী কথা দুটাক তুমি মিলন কি চাৰিছা—বিশেষকৈ—মই যেতিয়া সকলো কথা বুজি তোমাৰ আন্তৰিক পৱিত্ৰতা ৰক্ষা কৰিবলৈ সহায় কৰিবলৈকো সাহকৈ আগ বাঢ়িছো।

কাঞ্চনমতী—হব পাৰে সেইটো; কিন্তু আপোনাৰ মতে কাম হবলৈ হলে এতিয়া সমাজত এটা প্ৰলয় উপস্থিত হব।

সুন্দৰ—প্ৰলয় হব হওক। প্ৰলয়ৰ আৱশ্যক হৈছে। শতাব্দী ধৰি গোট খাই থকা সমাজৰ আবর্জ্জনা ধুই সমাজক নির্ম্মল আৰু পবিত্ৰ কৰিবলৈ এক প্ৰলয়ৰ অতি আৱশ্যক হৈছে। তেন্তে মই সেই প্ৰলয়ক আজি আহ্বান কৰিছো। মোৰ জীৱনলৈ, সমাজৰ জীৱনলৈ মই প্ৰলয়ক আমন্ত্ৰণ কৰি আনিম।

সুদৰ্শন—নহয় অনঙ্গৰ সতে—নহয় নহয় অনঙ্গক মই দেখা পাব লাগিব অনঙ্গ—

[এই বুলি উত্তেজিত হৈ তাৰ পৰা ছাৎমাৰি ওলাই যায়গৈ। কাঞ্চন ধীৰ স্থিৰ হৈ থাকে—কিছুপৰ ওপৰলৈ টলকা মাৰি আকৌ একান্ত মনে টাকুৰি ঘূৰাবলৈ ধৰে]

## দ্বিতীয় দৰ্শন

[ মাজনিশা। সুদৰ্শনৰ কোঠাত সুদৰ্শন শুই আছে। বাহিৰৰ পৰা বপুৰাই দুৱাৰ ঢকিয়াই মাতে ]

বপুৰা— হে দেউতা – হে ঈশ্বৰ—হে উঠক হে উঠক [ ৰৰকৈ ঢকিয়াই ] হেৰেই হেৰেই সাউদৰ পুতেক দেউতা অ' দেউতা –

[ সুদৰ্শন ধৰফৰাই শোৱা পাটিৰপৰা উঠি বিস্ময়মানি চাৰিও ফালে চাই ]

সুদৰ্শন— কোন—কোন ?

বপুৰা— ( অধৈৰ্য্য হৈ ) হে দেউতা আগেয়ে দুৱাৰ খন মেলি দিয়ক চোন—পাছেও নামটো ক'ম।

[ সুদৰ্শন আহি দুৱাৰত কাণপাতি কোন ? কোন ? ]

বপুৰা— হে মোৰ গোঁসাই ডকাইতো নহও চোৰো নহও।

সুদৰ্শন—অ' বপুৰা— [ সাউৎকৈ দুৱাৰখন মেলি বপুৰাই হাতেৰে চুৰীখন ধৰি ককালত ৰাখি, পাছে পাছে কাপোৰত বাহৰ জেং এডাল চোচোৰাই সোমাই ]

বপুৰা— মোৰ দেউতা উঠক উঠক—বলক—বলক তেনেই সৰ্ব্বনাশ হল।

[ জেং ডাল হাতেৰে একৰাই এচাৰ মাৰে ]

সুদৰ্শন— কি হল অ' ঠিক হল—জেঙে জাবৰে দেখোন এনেকৈ ওলাইছহি !

বপুৰা— নকব আৰু মোৰ প্ৰভু যি হবলগীয়া হল। এনেকুৱা খন বুলিনো জনা হলে—হৰি হৰি। বলক বলক—হালবে এতিয়া কটা কটি মৰা-মৰি নহলেই হৈছে।

সুদৰ্শন—( অলপ পৰ টলকা মাৰি ) কেঁাৱৰ অকলে আছেনে নে লগত আৰু কোনোবা আছে ? [ বপুৰাই সেইফালে বেবুৱা খায় ] কি হল তোৰ দেখোন মাতুবোল হৰিল।

বপুৰা— হৰিবৰ কথাই। পিছে আপুনি জানেই—পিছে কি কৰে;

**সুদৰ্শন**—পিছে ঘটনাটো হৈছে কি ?

**বপুৰা**— খেমালিনো কৰে কিয় মোৰ প্ৰভু।

**সুদৰ্শন**—তই আহোতে কোঁৱৰ কত ?

[এই বুলি সুদৰ্শনে মূৰত পাগ মাৰিবলৈ ধৰে আৰু বপুৱাই বলকি যায়]

**বপুৰা**— এই অলপ আগতে কোঁৱৰে দেখোন কুঁৱৰীৰ সতে কিবা বাদ-বিতণ্ডা কৰি এবাৰ কাৰেঙৰপৰা ওলাই পোন চাটেই বুঢ়া গোঁহাইৰ টোললৈ আহি অনঙ্গ ডেকা দেউতাক জগাই আগবাৰীৰ ফুলনিলৈ মাতি আনি কিবা নানা বাদ-বিতণ্ডা আৰম্ভ কৰিলে। কোঁৱৰে দেখোন কুঁৱৰীৰ কথা ঘনাই ঘনাই কোৱা শুনিলো পিছে এতিয়া দুয়োৰে কথা কোৱা চৰি গৈছে গৈ। মই কথাৰ গঢ় ভাল দেখা নাই [সুদৰ্শনৰ ওচৰলৈ আহি] দেউতা ঈশ্বৰ অনঙ্গ ডেকা দেউতাৰ কুঁৱৰীৰ সতে কিবা খেচেৰ মেচেৰখন আছিল হব পায়। ৰাম ৰাম শ্ৰীহৰি। ব্ৰহ্মা বিষ্ণু মহেশ্বৰ, হৰ পাৰ্ব্বতী, কামাখ্যা গোঁসানী—গনেশ গোবিন্দ হৰি হৰি। গোটে—

ধুন মৰা ধুনীয়া
তুলি মাৰে খোপা
এই হেন পুৰুষৰ
কল তলত জোপা—

হলে বাৰু কেনেকৈ হয় ?

[সুদৰ্শনৰ পাগ মৰা হয় আৰু গাত কাপোৰ লৈ গুলাকৈ ধৰোতে ঘপহ কৰে দুৱাৰখন দুফাল কৰি সুন্দৰ আৰু অনঙ্গ সোমাই আহে বপুৰা একে চাটেই জিভা কামুৰি দুৱাৰেদি পলাং দিয়ে। সুদৰ্শনে তৎক্ষণাৎ অতি কিনা ঐশ্বৰিক গাম্ভীৰ্য্যভাৱে থিয় হৈ সাংঘাতিক তীক্ষ্ণ দৃষ্টিৰে দুয়োলৈকে চাবলৈ ধৰে। সুন্দৰ আৰু অনঙ্গইও পলক নেপেলোৱাকৈ সুদৰ্শনলৈ চাই থাকে

সুন্দৰ— সুদৰ্শন বিশেষ এটা কথাৰ অৱতাৰণা কৰিবলৈ তোমাক অ.মনি কৰিবলৈ আহিলোঁ। দিগ নাপাবা। আহাচোন বাহিৰলৈ ওলাই যাও। আঁহা।

[ এইবুলি সুন্দৰে আগবাঢ়ি দুৱাৰেদি ওলায় যায়গৈ। অলপ পৰ বৈ সুদৰ্শন আৰু অনঙ্গ লাহে লাহে ওলাই যায় ]

## তৃতীয় দৰ্শন

[ কোটোহা বাঁহৰ জোপাৰ তলৰ গৰু বাট। ধান খেৰৰ জুমুধি এটা লৈ আঙনি কোবাই বপুৰা আহি থাকে ]

দ'ত বাঁক যথ যখিনী নিশাৰ নিশাচৰ জলদেৱ থলদেৱ ডাকিনী শাকিনী—এই হেন আচানত পৰা বপুৰাক কৃপা কৰিবা। আৰু যদি নকৰা—কিনো কৰিবা—ঘাৰহে মোহাৰিবা, তালৈ বপুৰাই কেৰেপ নকৰে। ( ডাঙৰকৈ কেবাবাৰো গল খেকাৰি মাৰি ) হুচ-হৈচ হেঃ হেঃ হেঃ। হে ৰাম প্ৰভু বাট দেখুৱাই দিবা। ভাল অৰণ্যত সোমালোহি।

[ এনেতে দূৰৈৰ পৰা ৰাতি পহৰীযাই সোধে "বাৰী চুকে কোন যায়" ]

কোন যায় কটা তোৰ চৌধ পুৰুষৰ পাছৰ তোক এৰি এপুৰুষৰ জোৱায়েক—এহ কটা—খেৎ তাই বা কিমান বুঢ়া—হেৰ কটা নহয় তোৰ জীয়েৰ আছে যদি বাপেৰে তোৰ জোৱায়েৰেই যাওঁ।

[ আকৌ মাত ওচৰত 'কোন যায়' ]

ঔ শহুৰ দেখোন ওচৰতে! গোলো পিতাই—

[ এটা চাওদাং ৰাতি পহৰীয়া আঁহে ]

( চিঞৰি ভাঙি ) পিতাই পিতাই-উ-পিতাই ঔ বৰ হুল এভালে বিন্ধিলে পাই। ইস্ ইস্ এই শেহ নিশাও হুল বোৰৰ এক্কাল চোক কটা।

চন্তৰী-- শেহনিশা বপুৰা ! ( আচৰিত হৈ )

বপুৰা-- ( মাটিত বহি হুল উলিয়াই ) মোৰ কি জগৰ। ৰাতি জনীক নো মই কেনেকৈ চাঙৰ তলত বান্ধি থওঁ। হবতো শেহ নিশা-সন্ধিয়া লাগোতে জালোৱা [illegible] যদি বালিচ'ৰাত নাও লগাদি কোটোহা বাহৰ জোঙত [illegible]াগি থাকেহি।

চন্তৰী— পিছে বপুৰা এনেহেন সময়ত তোক লিগিৰী টোলৰ পা[illegible] বাৰীত দেখিবলৈ ভাল হোৱা নাই।

বপুৰা— ( আচৰিত হৈ ) কি কি লিগিৰী টোলৰ পাছবাৰী—?

চন্তৰী— নজনা ভাওনো কিয় ধৰ ?

বপুৰা – হৰি—হৰি !

চন্তৰী— আৰু তই কিন্তু সজে সজে—

বপুৰা— হৰি--হৰি

[ এনেতে বিজুলী বেগেৰে আহি সুন্দৰ তাতে ওলাই হি। চন্তৰী ভোৰে সেৱা জনাই দূৰত ঠিয় হয়। বপুৰা থৰমৰ খাই বয়। সুন্দৰৰ ইঙ্গিতত চন্তৰী সেৱা জনাই গুচি যায়। বপুৰাই ধেঁৱা ঘেঁটোকৈ ]

বপুৰা:-
~~সুন্দৰ~~— আজি তিনিদিনে শুকান খৰিৰ দুখত—দিনত সময়ো নাপাও—কোঁৱৰৰ আলপৈচান ধৰোতে।

সুন্দৰ— ( চকু গাঁথি খোপা কৰি ) কথা নাসাজিবি মই তোক সুদৰ্শনৰ তাত দেখিছিলো—

বপুৰা— এঃ দেখিছিলেই যদি—এনেয়ে মিছা মাতিলো পিছে—

সুন্দৰ –( গোমঠা হৈ বাধাদি ) থ এতিয়া মোৰ কথা শুন। এতিয়াই যা। মোৰ হাইতাল বোলোৱা দৈফুৱা নাওখন—নাৱৰীয়াৰ সতে সাজু কৰগৈ। মই আজি এতিয়াই কুঁৱৰীৰ সতে বালিভাত খাবলৈ যাম।

[ ব[illegible]লিৰীপকৈ [illegible] ]

বপুৰা— কি কথা আছে মোৰ ঈশ্বৰ, থিতাতে মই ঘাটত নাও খেৰা কৰাম।

সুন্দৰ—( অধৈৰ্য্য হৈ ) বেলি নকৰিবি যা! যা! এখন্তেক নৰবি!

বপুৰা— নৰও মোৰ ঈশ্বৰ—( বুলি একে উশাহতে লৰ মাৰি আকৌ [illegible] অহাৰি

পিছে পাচলি কুটিবলৈ শেৰালিকো—

সুন্দৰ—( খঙেৰে ) নালাগে—নালাগে—তই—মই যিটো কৈছো তাক কৰগৈ।

( পাছলৈ নাচাই বপুৰাই নিগাতু খাই লৰি ওলাই যায়—সুন্দৰে বপুৰাক যোৱাটো দেখি লাহে লাহে সোফাতে উঠি যায়। )

## চতুৰ্থ দৰ্শন

( কাজি-ৰঙা অৰণ্য। লুইতৰ পাৰ। এজোপা লুইতৰ গড়াত থকা বৰ ডাঙৰ পাকৰি গছৰ তল। লুইতৰ সিপাৰে দূৰত ৰিণিকি ৰিণিকি নৱঙীয়া পৰ্ব্বতবোৰ দেখা গৈছিল। বাৰিষাৰ লুইতৰ হোহোৱানি কাণত পৰিছে। ঠাইডোখৰ ভয়লগা গহীন! গছৰ তলৰ মুকলি ডোখৰৰ বাহিৰে চুয়োফালে কাইট জেঙেৰে ভৰা অটব্য হাবি। পাকৰি গছ জোপাৰ তলতে এটা গছৰ মুঢ়াত অনঙ্গ বহি আছে। হাতত এডাল নগাযাঠি। বাহুত ধেনু আৰু পিঠিত কাড় থকা তূন। ককালত এখন দীঘল তৰোৱাল। অনঙ্গ কেবা দিনো জ্বৰত ভোগা মানুহৰ দৰে বিবৰ্ণ আৰু ৰুক্ষ। এটা অতি কঠোৰ ভাব লৈ লুইতৰফালে চাই আছে। অনঙ্গৰ কঠোৰতা আৰু নিৰৱতাই গোটেই ঠাই ডোখৰ আৰু গহীন কৰি পেলাইছে। সেই ফালৰপৰা সুন্দৰ, কোঁৱৰৰ লগত কাঞ্চন কুঁৱৰীক লৈ দুয়ো গোপনে সোমাই আহি অনঙ্গক ভৰিৰপৰা মূৰলৈকে তীব্ৰ আৰু কঠোৰ দৃষ্টিৰে চাই ঠিয় হৈ ৰয়। শেহত বপুৰা, পিঠিত নানা বস্তুৰ বোজা এটা—সোঁহাতত এডাল যাঠি। ভৰিত ফানটি—বৰ গহীন। হাব ভাবত [illegible] পাতলামি নাই। )

**সুন্দৰ**—(বপুৰাক) বপুৰা, (সোহাঁতে আঙুলীয়াই) এইফালে দলিছা পাৰি কুঁৱৰীক বহুৱা।

(বপুৰাই গাৰ বোজা নমাই থৈ, হাতৰ যাঠিডাল মাটিত খোচমাৰি ঠিয়কৈ আৰু টোপোলাৰপৰা দলিছা উলিয়াই পাৰি দিয়ে—ইতি-মধ্যতে সুন্দৰে অনঙ্গৰ আগত অহা যোৱা কৰি থাকে।)

**বপুৰা**—কুঁৱৰি দেউতা গা থওকহি।

(কাঞ্চন কুঁৱৰীয়ে লাহে লাহে গৈ তাত বহে আৰু ওৰণি খনি একঠাঁয়াকৈ লৈ লুইতৰ ফালে চাই ৰ' লাগি বৈ থাকে।—অনঙ্গই ই'.ন পৰে ৰ লাগি বৈ থাকি সুন্দৰক বিশেষ উৎসুকতা আৰু দৃঢ় ভাবে—)

**অনঙ্গ**—তাৰ পাছত বন্ধু তোমাৰ এনে আচৰিত ব্যৱহাৰ আৰু ইঁদৰে অভাবনীয় ভাবে কাজিৰঙাৰ অটব্য অৰণ্যলৈ মাতি অনাৰ উদ্দেশ্য?

**সুন্দৰ**—উদ্দেশ্য মহৎ। (বপুৰাক) তই এতিয়া ইয়াৰপৰা যাব পাৰ।

[বপুৰা ওলাই যায়]

**অনঙ্গ**—অৱশ্যে মহৎ হবই লাগিব। তেন্তে মহৎ উদ্দেশ্যৰ ব্যাখ্যান হোক।

**সুন্দৰ**—হব। ব্যাখ্যান হবলৈ বিশেষ একো নাই। কালি নিশা হোৱা কথাৰ শেষ মীমাংসা কৰিবলৈ মই তোমাক ইয়ালৈ মাতি আনিছো (অনঙ্গৰ চকুৰে চকুৰে চায়)

**অনঙ্গ**—(ঘপহ কৰে ঠিয় হৈ বিস্ময়ত) কি? কি কৈছা?

**সুন্দৰ**—(শান্ত অথচ কঠোৰ ভাবে) যি কৈছো তাকে দোহাৰিছো। (কাঞ্চন কুঁৱৰী এতিয়া দুয়োলৈকে চাই কিবা এটা ভাৱত অভিভূত হোৱা যেন কৰে)

**অনঙ্গ**—সেই মীমাংসাৰ ঠাই তুমি এই কাজিৰঙাৰ অৰণ্যত—?

**সুন্দৰ**—এই কথাৰ মীমাংসাৰ ইয়ে অতি উপযুক্ত স্থান। বিশেষকৈ

মই সোধা প্ৰশ্নৰ তুমি যেতিয়া সিদিনা একো উত্তৰ নিদি— সেইবোৰ কথা মুলিয়াবলৈ ইমান বাদ-বিতণ্ডা কৰিলা। মুঠতে তুমি কালি নিশা মোৰ সকলো প্ৰশ্নৰ উত্তৰ দিবলৈকো অস্বীকাৰ কৰিলা। বিশেষকৈ কাঞ্চন কুঁৱৰীৰ আগত ৰাখি মই তোমাক সকলো কথা কব খোজো। আৰু তাকে কৰিবলৈ এই কাজিৰঙা অৰণ্যৰ বাহিৰে আৰু আন ঠাই নাই।

[ সুন্দৰ ভাবৰ আধিক্যত বহুপৰ নমতাকৈ থাকি হঠাৎ অনঙ্গলৈ থৰ হৈ চাই কয় ]

সুন্দৰ—কাঞ্চন কুঁৱৰী আৰু তোমাৰ ভাল পোৱাৰ কথা মোক তুমি বিয়াৰ আগতে নকলা কিয় ?

অনঙ্গ— [ সুন্দৰলৈ বৰ কৌতুহলপূৰ্ণ চকুৰে চাই—এবাৰ কাঞ্চন কুঁৱৰীৰ ফালে চাই নিজকে দোষী যেন দেখুৱাই—কিন্তু মনলৈ সাহ আনি ডাঠি ]

এৰা বন্ধু—নকলো কিয় ?

সুন্দৰ—বন্ধু হৈ তুমি শত্ৰুৰ কাম কৰা নাই নে ?

অনঙ্গ—শত্ৰুৰ কাম ? নিশ্চয় নাই কৰা।

সুন্দৰ— কৰিছা।

অনঙ্গ— কেনেকৈ ?

সুন্দৰ— মনটি হৰি ৰাখি সুদা দেহাটো তুমি মোক আগ বঢ়াই দিলা। বন্ধু হৈ তুমি মোক এনে কৰিলা কিয় ? তুমি ভালকৈ জানিছিলা যে মই কাঞ্চন কুঁৱৰীক বিয়া কৰালে মাথোন হৃদয়হীন এটি প্ৰতিমাৰহে গৰাকী হম—আৰু তাকে কেতিয়াবা মই জানিলে, আৰু সি এদিন নহয় এদিন ওলাবই, মোৰ সংসাৰ বিহেৰে পৰিপূৰ্ণ হব। বন্ধু হৈ তুমি মোৰ এনেকুৱা কথা লুকালা। তেন্তে মই তোমাৰ অন্তৰত ঠাই পোৱা নাই ?

অনঙ্গ— দেখাতেই তেনে হল—কিন্তু সুন্দৰ সি নহয়। তুমি মোক ভুল বুজিছা, সেই কথা মই ওঠৰ আগত লৈ ফুৰাইও তোমাক কবলৈ সাহ নহল। মোৰ মানসিক কাপুৰুষালিয়ে মোক তেনে কৰালে।

সুন্দৰ— (কাঠ হাঁহি মাৰি) মানসিক কাপুৰুষালিয়ে মোকো মোৰ সংকল্পৰ পৰা পিছলাই দিলে—কাঞ্চন কুঁৱৰীক মই বিয়া কৰালো—কিন্তু বন্ধু এই কাঞ্চন কুঁৱৰীৰপৰা সকলো কথা জানিব পাৰি, তেওঁৰ মানসিক সাহ দেখি মোৰো সাহ উপজিছে। মই সাহ কৰিব খোজো—সাহ—সাহ! এৰা—( খুব দৃঢ়তা দেখুৱাই )।

অনঙ্গ— ( বুজিব নোৱৰা যেন দেখুৱাই ) কেনে?

সুন্দৰ— তোমালোক দুয়োৰো ভাল পোৱা যে আচল আৰু চিৰকাল থাকিব—ইও সঁচা—আৰু কাঞ্চন কুঁৱৰীৰ দেহাটো যে সমাজৰ সন্মতিৰে মোৰ শোৱনি-কোঠাটোলৈ সুমাইছো—সিও সঁচা।

অনঙ্গ— তাৰ পাছত?

সুন্দৰ— তাৰ পাছত ভয় কৰি কৰা ভুল সাহ কৰি শুধৰাব লাগিব.

অনঙ্গ— কেনেকৈ?

সুন্দৰ— প্ৰকৃততে কাঞ্চন কুঁৱৰী তোমাৰ—আৰু তুমি তেওঁৰ—( অনঙ্গ আচৰিত হয় ) বুজিছো। সঁচাকৈয়ে এতিয়া বাহিকতো সেয়ে হব লাগে।

অনঙ্গ— তাৰ মানে?

সুন্দৰ— ফটফটিয়া। মই যেতিয়া জানিলো কাঞ্চনৰ হৃদয় তোমাৰ—মোৰ আৰু কাঞ্চনৰ সতে গৃহবাস কেনেকৈ সম্ভৱপৰ হব পাৰে?

অনঙ্গ— কেলৈ হব নোৱাৰিব—? মই তোমালোকৰ জীৱনৰপৰা একেবাৰে আঁতৰি যাম—তেতিয়া হলে মই কাঞ্চন কুঁৱৰীৰ মনৰপৰাও নাইকিয়া হম।

সুন্দৰ— ( অবিশ্বাসৰ হাঁহি মাৰি ) ভুল, বন্ধু তোমাৰ ভুল।

অনঙ্গ— কেনেকৈ ?

সুন্দৰ— সি কেতিয়াও হব নোৱাৰে। কাঞ্চনমতীয়ে তোমাক কেতিয়াও পাহৰিব নোৱাৰে—আৰু মইও পাহৰিব নোৱাৰো যে কাঞ্চনমতীয়ে তোমাক ভাল পায়। তাৰ উপৰিও যেতিয়া নাওঠা সত্য আমাৰ আগত ওলালহি তাক আৰু ঢাকি ৰাখি, সি নাই বুলি নজনা ভাও জুৰি চলিব নোৱাৰো।

অনঙ্গ— নচলি কি কৰিবা এতিয়া তোমালোক বিবাহিত—তোমালোকে যেনে তেনে সেইদৰে থাকিবই লাগিব।

সুন্দৰ— নহয় তাক মই কৰিব নোৱাৰো—নজনাকৈ—ভুল

অনঙ্গ— বুজিছো। পিছে তোমাৰ ইচ্ছা কি—বা কি প্ৰকাৰে তুমি ভুল সংশোধন কৰিব খুজিছা—আৰু খুজিলেও পাৰিবানো কেনেকৈ ?

সুন্দৰ— তোমাৰ কাঞ্চন কুঁৱৰীক মই তোমাক গতাই দিব খোজো—আমাৰ বিবাহ সম্বন্ধ চিঙিব খোজো।

[ কাঞ্চনে চকুকেটা ডাঙৰকৈ সুন্দৰৰ ফালে চায়। অনঙ্গ কিছুপৰ মাতিব বুলিব নোৱৰা হৈ থাকি ]

অনঙ্গ— অসম্ভৱ কথা নকবা।

সুন্দৰ— নহয় একো অসম্ভৱ নহয়।

অনঙ্গ— এনেকুৱা এটা নোহোৱা নোপোজা ঘটনা হলে সমাজত আমি থাকিম কেনেকৈ ?

সুন্দৰ— আগেয়ে যেনেকৈ আছিলা। নাইবা সমাজ নোহোৱাকৈ থাকিবা।

অনঙ্গ— সুন্দৰ ! সমাজ তোমাক নালাগিব পাৰে, কিন্তু মোক লাগে। পুৱাৰপৰা গধূলিলৈকে, জন্মৰপৰা মৃত্যুলৈকে আমাৰ সমাজৰ

সতে সম্বন্ধ। সমাজক্ক সম্বন্ধই সকলো বিধৰ জীৱনৰ সুখ দুখৰ নিয়ামক। সেই অতি শুভাকাঙ্ক্ষী নিয়ামকৰ ফুলটো কোমল আৰু শিলটো কঠিন বুকত আমি হেলাৰঙ্গে আঘাত কৰিব পাৰিলেও তাৰ প্ৰতিঘাত সহিব নোৱাৰিম। সেই প্ৰতিঘাতত হয়তো আমি কোনোবা ৰসাতলৰ অতল তলিত উঠিব নোৱাৰা হৈ পুৰুষানুক্ৰমিকে পৰি থাকিম।

সুন্দৰ— সেই প্ৰতিঘাত লব লাগিব আৰু সত্যৰ বলত নিপিচলাকৈ থাকিব লাগিব। মই কিন্তু থিয় দিম। মই—

অনঙ্গ— তুমি হয়তো পাৰিবা আৰু সাৰিবাও। তুমি দেশৰ ৰজা। তোমাৰ হাতত শক্তি। তোমালৈ সমাজে ভক্তি কৰোক নকৰোক ভয় কৰে। আৰু সেই অনুকূল অৱস্থায় হয়তো তোমাক তোমাৰ হাতত শক্তি থাকে মানে তোমাক জয়ী কৰাব, কিন্তু মোৰ,—মোৰ কি হব ?

সুন্দৰ— সমাজক বুজাব লাগিব।

অনঙ্গ— সমাজৰ কেজনমানে বুজিলেও সমাজে বান্ধি থোৱা ৰীতিবোৰেটো নুবুজিব আৰু—আৰু কোনো কাহানিও বুজাব নোৱাৰা। সেই কাৰণেই সমাজ-সংস্কাৰকসকলে ৰীতিবোৰকে গুচাই আকৌ নতুন ৰীতিৰ প্ৰবৰ্ত্তন কৰে। কাৰণ পুৰণি ৰীতি আৰু নতুন কথাৰ অহি-নকুল সম্বন্ধ।

সুন্দৰ— হব পাৰে। কিন্তু ইও সঁচা যে তেনে ৰীতিৰ বিৰুদ্ধে থিয় দিব নোৱৰাটোও কাপুৰুষতা।

অনঙ্গ— সুন্দৰ তুমি যি কাম কৰিবলৈ আগবাঢ়িছা সেই কামে তোমাৰ বন্ধুৰ জীৱন অসম্ভৱ নকৰিবনে ? বন্ধুৰ জীৱন এই যজ্ঞত ভস্মীভূত কৰা বন্ধুৰ কাম হবনে ?

**সুন্দৰ**— ( উত্তেজিত হৈ ) বন্ধুত্বৰ কথা নকবা। তোমাৰ কাপুৰুষালিখিনি বন্ধুত্বৰে মই ঢাকিব লাগিব ? যদি বন্ধুলৈ ইমানেই প্ৰেম— তেন্তে জানি শুনি তুমি মোক তোমাৰ কাঞ্চন কুঁৱৰীৰ সৈতে থকা সম্বন্ধৰ কথা নকৈ মোক এনে জ্বলা জুইত পেলালা কিয় ? তুমি স্বাৰ্থপৰ—তোমাৰ জীৱনৰ সুখলৈ মোক ভাবিবলৈ কোৱা ?— কিন্তু তোমাৰ বন্ধুত্ব এয়ে নেকি ??? নহয় মই তোমাৰ এনে কাপুৰুষালি নসহো—

**অনঙ্গ**— তুমি যদি নাজানিলা হেঁতেন তেন্তেতো কাঞ্চনৰ সৈতে তুমি সুন্দৰকৈ গৃহবাস—

**সুন্দৰ**— ( কঠোৰ ভাবে ) কিন্তু জানিলো। নাজানিলোহেতেন যদি সেইটো কেলৈ—যেতিয়া জানিলো। এতিয়া সি বেলেগ হল। কোৱা তোমাৰ মতামত কি ? তোমাৰ সাহ আছেনে নাই ? সত্যৰ সন্মুখীন হবলৈ তুমি পাছ হুহঁকিবা কিয় ?

**অনঙ্গ**— ( তললৈ মূৰকৈ মনে মনে থাকে ) মোৰ ভুলৰ বাবে তুমি এনে কঠোৰ শাস্তি—

**সুন্দৰ**— শাস্তি ? নহয় নহয় শাস্তি নহয় শাস্তিহে দিব খোজো। যাৰ কাৰণে হয়তো তোমালোকৰ গোটেই জীৱন জ্বিয়া জ্বলি পুৰি থাকিব তাৰ শাস্তিৰ ব্যৱস্থা শাস্তি হল ? মই বন্ধুৰ উপযুক্ত কাম কৰিছোঁ।

**অনঙ্গ**— তুমি যি ভাবিছা কৰা—কিন্তু অৱস্থাভেদে ই শাস্তি হৈছে— তোমাৰ বন্ধুতা নহৈ পৰম শত্ৰুতা হৈছে।

**সুন্দৰ**— তেন্তে সেয়ে হওঁক। সত্যৰ বাবে মই সেই পন্থা লব লাগিব। শাস্তি তেন্তে শাস্তি হওক—বন্ধুতা তেন্তে শত্ৰুতা হওক। মই তোমাৰ শত্ৰু, কাঞ্চন কুঁৱৰীৰ শত্ৰু, আইৰ শত্ৰু, পিতাৰ শত্ৰু :

সমাজৰ, বাইজৰ ৰজা প্ৰজা সকলোৰে শত্ৰু—সকলোৰে শত্ৰু—মাত্ৰ এটি কঠোৰ সত্যৰ বন্ধু। সত্যৰ বন্ধুতা মই ৰাখিম—আৰু সকলোৰে শত্ৰুতা কৰিম!

অনঙ্গ—(খং আৰু বিৰক্তি জৰ্জ্জৰিত হৈ আগ পাছ নুগুণি) সুন্দৰ তেন্তে মই তোমাৰ বিষয়ে সঁচা কথা কওঁ। তো... সত্যৰ দোহাই আটাইবোৰ ভণ্ডামি। (আঙুলি ডাঙি থিয় হৈ) তুমি—তুমি অবৈধ প্ৰণয়ত আবদ্ধ—আৰু সেই অবৈধ প্ৰণয়ৰ বিঘিনি ঘটিব বুলিয়েই বিয়া কৰাবলৈ অসম্মতি কৰিছিলা, আৰু এতিয়া বাধ্যত পৰি বিয়া কৰাই—সেই প্ৰণয়ৰ প্ৰাবল্য হোৱাত বিবাহ বান্ধোনৰপৰা মুক্তি বিচাৰিছা। সত্যৰ স্পৃহা, সমাজ সংস্কাৰ, উচ্চ হৃদয়তাৰ ভাও ধৰি মাত্ৰ তুমি তোমাৰ—

সুন্দৰ—(খঙত অগ্নিমূৰ্ত্তি ধৰি) হীন কাপুৰুষ, অপবিত্ৰ মনৰ গৰাকী, শঠতাৰ প্ৰধান সেৱক। মোকো তোমাৰ দাপোণত প্ৰতিফলিত তোমাৰেই প্ৰতিবিম্ব বুলি ভাবিছানে? মই ভুল কৰিছো। তোমাক মই যি বুলি ভাবিছো তুমি সি নোহোৱা। উদাৰতাই, সত্য চেনেহে, যুক্তিয়ে তোমাক বুজাব নোৱাৰে। অনঙ্গৰাম এই মুহূৰ্ত্তৰেপৰা তুমি মোৰ বন্ধু নোহোৱা। মই ৰজা আৰু তুমি মোৰ প্ৰজা। মই ন্যায়দণ্ডধাৰী বিচাৰক তুমি দোষী। মুৰ পাতি মোৰ দণ্ড গ্ৰহণ কৰিবলৈ বাধ্য। যুক্তিৰে আৰু সত্যৰ দোহাই দি যেতিয়া ন্যায় কাম কৰাব নোৱাৰি, তেতিয়া কঠোৰ শাসনেৰে তাক সমাধা কৰিব লাগিব। (বপুৰাক) বপুৰা মাতি আন মোৰ প্ৰাণৰখীয়া সেনাক।)

[অনঙ্গ খঙত তলমূৰকৈ বৈ থাকে। বাহিৰত শিঙা বাজে ... অলপ পাছতে কেটামান দৈত্য যেন চাওডাং আহি সুন্দৰৰ আগত আঠু লয়হি।]

সুন্দৰ—(অনঙ্গ) অনঙ্গৰাম, ছিঃ অবৈধ প্ৰণয় মোৰ? কি অলীক কল্পনা। কি নিজৰ অন্যায় কাৰ্য্যৰ হীন প্ৰতিষেধক বাক্যৰ প্ৰযোগ। মোৰ অবৈধ প্ৰণয়? (তললৈ মূৰকৈ বেজাৰত) উস্‌ ইযাতকৈ আৰু বন্ধুৱে কি ডাঙৰ আঘাত দিব পাৰে? তোমাৰ মানসিক কাপুৰুষালি ঢাকিবলৈ কি মিছাৰ সৃষ্টি কৰিলা!

অনঙ্গ—(ভযঙ্কৰ উত্তেজিত হৈ) মিছা? মিছা?? মিছা??? অতি সত্য ই অতি সত্য। সুন্দৰ।

সুন্দৰ—(এটা অনুকম্পাৰ হাঁহিৰে) সত্যনিষ্ঠ ভূতপূৰ্ব্ব বন্ধুবৰ! শুনা তোমাৰ ৰজাৰ আদেশ। এই কাঞ্চনমতী আজি এই মুহূৰ্ত্তৰপৰা তোমাৰ। (কাঞ্চন আৰু অনঙ্গ বিষমকৈ উচপ্‌ খোৱা যেন হয) মই-ৰজাই, তোমাক সেই অধিকাৰ দান কৰিলো। আজি বিদাযৰ পৰত তোমাৰ ভূতপূৰ্ব্ব বন্ধুৰ শেষ দান গ্ৰহণ কৰা। আৰু তোমাৰ শত্ৰুৰ, ৰাজ শত্ৰুৰ, তোমাৰ কাপুৰুষতাই জন্ম দিয়া শত্ৰুৰ দণ্ড গ্ৰহণ কৰা। মই-তোমাক অনঙ্গৰাম বৰ গোহাইক-আৰু কাঞ্চনমতীক-মোৰ ৰাজ্যৰ পৰা নিৰ্ব্বাসন দিলো। (কাঞ্চন থক্ থক্ কৰে কঁপি মাটিত পৰি যায়। অনঙ্গ ধীৰ্ স্থিৰ্) চাওডাঙইঁত, মোৰ ৰাজ্যৰ সীমা বাহিৰ কৰি এই মানুহ হালক এৰি থৈ আহগৈ।

[চাওডাঙবোৰে সেৱা কৰি মাটিত মূৰ লগায়]

পূৰণি জীৱন পাহৰি গৈ ন জীৱন ন দেশত আৰম্ভ কৰাগৈ। বিদায়। [সুন্দৰ গহীন হৈ ওলাই যাবলৈ খোজ দিয়ে]

অনঙ্গ—সুন্দৰ, সুন্দৰ। বন্ধু হৈ বন্ধুক নুবুজিলা। পণ্ডিত হৈ যুক্তি নুশুনিলা। হৃদয়ৱান হৈ আনৰ কলিজাৰ তেজেৰে ফাকু খেলিলা—মনত ৰাখিবা সুন্দৰ কোঁৱৰ তুমিও সাৰি

নোযোৱা। যি ৰথৰ বাঘজৰী ধৰি তুমি নিৰ্ম্মম ভাবেৰে আমাৰ ওপৰেদি ৰথ চলাই লোহাৰ চকৰিৰে আমাক নিষ্পেষিত কৰি গলা, এদিন—এদিন—তুমিও নিজেই তোমাৰ এই নিজৰ ৰথৰে চকাৰ তলত পৰি নিষ্পেষিত হবা। যি অগ্নিৰে ধেমালি পাতি তুমি আনৰ ঘৰ ভস্মীভূত কৰিলা, সেই অগ্নিয়ে উভটি তোমাৰ জীৱন ছাৰখাৰ কৰিব তোমাক তিল তিলকৈ পুৰি তোমাক মৰ্ম্মে মৰ্ম্মে মোৰ হৃদয়ৰ জ্বালা অনুভব কৰাব আৰু তোমাৰ প্ৰতি লোমকূপ এটি এটি জ্বালাময়ী আগ্নেয়গিৰিত পৰিণত হব।



# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

[ সুন্দৰৰ শোৱনি কোঠা। ( প্ৰথম অঙ্ক প্ৰথম দৰ্শনৰ দৰে, কিছুমান বস্তু থোৱাত মাত্ৰ সাল-সলনি ) সন্ধিয়া লাগি আন্ধাৰ হোৱাৰ কিছু সময় পাছত। শেৱালি আৰু ৰেৱতীক কোঠাত পালেঙ সজোৱা ইত্যাদি বন কৰি থকা দেখা যায়। দুয়োজনীৰে মুখত বৰ গোমোঠা ভাব। শেৱালিক বৰ ক্ষীণ আৰু উদ্বিগ্ন দেখা গৈছিল। উপবাসত থকা ক্ষীণ মুখত এটা তপঃক্লিষ্ট জেউতি মুখত উঠাৰ দৰে তাইৰ মুখত এটি জেউতি বিৰিঙিছিল। তাইৰ খোজ-কাঢ়লত চাৰনি-হাব-ভাবত অন্তৰৰ ঘোৰ অশান্তি আৰু চাটি-ফুটি প্ৰকাশ পাইছিল। শেৱালি এবাৰ বন কৰি থাকোতে এখন দাপোণৰ সন্মুখীন হয় দাপোণত মুখ দেখি নজনা ভাবে আউল-বাউল—চুলিবোৰ অলপ ভাল কৰি লবলৈ প্ৰয়াস পায়—তাকে দেখি ৰেৱতীয়ে ]

**ৰেৱতী**— ( কঠোৰ কৰ্কশ মাতেৰে ) হৈছে হৈছে এতিয়া চুলি মেলাব নেলাগে, পালেহি—

**শেৱালি**— পাওকহি— তই—

**ৰেৱতী**— ছিঃ কটা লাজো নালাগে। মোৰ এনেবোৰ কথা ওলোৱা হলে মই দাপোণ চাই মুৰ মেলাও ছাৰি বৰ পুখুৰীত জাপ দি মৰিলোহেতেন।

**শেৱালি**— মৰিবৰ মন আছে তই মৰগৈ। মই মিছা কথাতে কেলেই মৰিমগৈ! তয়েই মোৰ কথা ফুফু-ফাফা কৰি এইদৰে উলিয়ালি। তই কম নহৱ। মন আছিল তোৰ—পিছে কোৱৰে মোক অলপ মৰম কৰে দেখি তই খিয়ালত—

**ৰেৱতী**—( খঙত পকি-জকি ) তেনে কথা নকবি—মই—মই কৈছোনে? গোটেই ৰাইজেই কৈছে। ৰাজমাওৰ চকু নাই? কোঁৱৰৰ ইমানবোৰ মানুহৰ চকু নাই? আৰু মোৰ বিধি—ইমানবোৰ

কৰিও তোৰ লাজ লগা নাই। তোৰ কাৰণেই কোঁৱৰে নিজৰ বিয়া কৰোৱা তিৰোতাৰ তেনে গতি কৰিলে—কল্যাণ কুঁৱৰী বিহ খাই মৰিব লগীয়া হল। অনঙ্গ ডেকা দেউতা দেশ এৰি দেশান্তৰি হল। ৰাম মোৰ ঈশ্বৰ—তই কোঁৱৰৰ মূৰটো খালি—কাৰেঙত জুই দিলি—তই শাঁকিনী। সেই বুলি এতিয়াও জানো লাজ হৈছে—আকৌ মূৰ মেলাই কোঁৱৰক ভুলা—

(ৰাজমাও সোমাই আহি উগ্ৰমূৰ্ত্তি ধৰি)

ৰাজমাও—(শেৱালিক) তোক—তোক মই কোঁৱৰৰ কোঠালিলৈ আহিবলৈ হাক দিছো নহয়—নেলাগে তই মোৰ লৰাৰ আলপৈচান ধৰিব।

শেৱালি—(তললৈ মূৰ কৰি) মই মই—ৰেৱতীয়ে মোক মাতি আনিছে।

ৰেৱতী—মই মইহে অনা হলো—

শেৱালি—নাই—নাই—মতা?

ৰাজমাও—মনে মনে থাক। ওলাই যা—ওলাই যা তই—ওলাই যা। তই মোৰ ঘৰ ভাঙিলি—মোৰ লৰাক বলিয়া কৰিলি। ঘৰত জুই দিলি—জুই দিলি। (শেৱালিয়ে হুকহুককৈ কান্দিবলৈ ধৰে) কান্দি-কান্দি দেখুৱাইছ-ৰ-তোৰ মঙ্গহ খাম। তোৰ মই জীৱ লৈহে এৰিম। যা-ওলা-ওলা।

(শেৱালি কান্দি কান্দি ওলাই যায় গৈ)

ৰেৱতী—ৰাজমাও দেউতা—এই শাঁকিনীক কাৰেঙত থলে-যি হৈছে দেখিছেই নহয়—।

ৰাজমাও—তই বাৰু মোক বুধি দিব নালাগে। তাৰ উপায় মই কৰিছো। তাইক মই আঁতৰাবৰ দিহা ভালকৈয়ে কৰিছো। উস্ উস্ প্ৰভু [illegible] এনে বুলি জনা হলে, কথা ইমানলৈকে শিপাইছে বুলি [illegible] হলে-তাইৰ মই কেতিয়াবাই—

**ৰেৱতী**— আইদেউতা, মই কোঁৱৰে বিয়া কৰাও নকৰাওকৈ থকাতেই কৈছিলো নহয়-বোলো, শাস্ত্ৰ ভাগৱত পঢ়াৰ বাবে নহয় কথা কৰবাতহে।

**ৰাজমাও**—এৰা-এৰা মই—হে হৰি ( দীঘল হুমুনিয়াহ পেলাই )।

( সুন্দৰ আৰু সুদৰ্শন সোমাই আহে )

**ৰাজমাও**—( সুন্দৰক দেখিয়ে খঙত বেজাৰত জৰ্জ্জৰিত হোৱা হেন হয় আৰু থোকাথুকিকৈ ) তই—তই—কি—কি— হব খুজিছ ? বলিয়া হলিনে-পগলা হলিগৈ-কি হলি ? এই আজি তিনি দিন জৰীয়া গাৰে কলৈ ওলাই গৈছিলি— তই—তই—

**সুন্দৰ**— আইদেউতা—তুমি কি বকিছা ?

**ৰাজমাও**—বকিছো-মই বকিছো ? মই বলিয়া হৈছো। তই মোক খালি। তই মোক বলিয়া কৰিলি ? কত দেখিছা কত শুনিছা—লিগিৰী এজনীৰ সতে বলিয়া হৈ—

**সুন্দৰ**—তুমি এইবোৰ কি কৈছা ?

**ৰাজমাও**—সঁচা কৈছো গোটেই ৰাইজৰ মানুহে কি কৈছে—কাৰেঙৰ কোঠাই কোঠাই কিহৰ মেল। উস্ আগতে এনে ফেঁটী সাপ পুহিছিলো বুলি জনা হলে—হে মোৰ ঈশ্বৰ ?

**সুন্দৰ**—( হাঁহি সেইবোৰ কথা উৰাই দিব খুজি ) সেইবোৰ কথাত তুমি বিশ্বাস নকৰিবা আই। ৰজাৰ কোঁৱৰে লিগিৰীক তিমান ওখ শাৰীলৈ নোতোলে।

**ৰাজমাও**—হাঁহিছ নিলাজ তই। তোৰ মান অপমানৰ জ্ঞান নাই। তই সেইবোৰ বহু তললৈ গলি। ইমান দিন মোক ভুৱা দিলি—ভুৱা দিলি—

সুন্দৰ—ভুৱা একো দিয়া নাই। তোমাৰ মগজুত বহু আবৰ্জ্জনাই ঠাই পাইছে তাক উলিয়াবৰ ব্যৱস্থা কৰাগৈ যোৱা।

ৰাজমাও—( খঙত টিকিছি বিকিছিহৈ ) আবৰ্জ্জনা মোৰ মূৰত নে তোৰ মূৰত। তই যিবোৰ কাম কৰিলি—

( সুন্দৰে বাধা দি )

সুন্দৰ—সেইবোৰ কথা তুমি নুবুজা। সমাজে বেয়া বুলিছে দেখি তোমাৰ মূৰ ঘূৰাইছে। যোৱা মোক আমনি নকৰিবা। মই এনে অশান্তিত থাকিব নোৱাৰো—মই—কাৰেঙ এৰি কৰবালৈ গুচি যাম।

[ ৰাজমাও খঙত কপি জপি কিবা কব খোজোতেই বাহিৰত কোনোবা তিৰোতাৰ হৃদয় বিদাৰক কান্দোন শুনা যায়। আৰু "ৰাজমাও দেউতা, বোঁৱৰ মোৰ জীয়াৰীৰ কি হল' অ'—বোঁৱৰ বোঁৱৰ" বুলি কন্দা সুৰে মতা শুনা যায়। ]

ৰাজমাও—এস এস সেইজনী বুঢ়াগোহায়নী বলিয়া বতিয়া হৈ ওলাইছেহি হে প্ৰভু কি কৰিলা কি মেলিলা।

[ ৰাজমাও ওলাই যাব খোজোতেই কান্দি বাউলি হৈ কল্যাণ কুৱঁৰীৰ মাক বুঢ়াগোহায়নী তালৈ হিযালি জিযালিকৈ সোমাই আহে সুন্দৰলৈ চাই "অ মোৰ জীযাৰীক কত মাৰিলাগৈ" বুলি কান্দি মাটিত ধঁাচকৈ লুটি খায় পৰেহি আটাইবোৰ ব্যতিব্যস্ত হৈ পৰে। ৰাজমাও লৰালৰিকৈ ওচৰলৈ গৈ মূৰটো ডাঙি ধৰে। ৰেৱতী, সেউতী আটাইবোৰ লিগিৰী তাত ওলায়হি। কোনোৱে বিচে, কোনোৱে পানী আনে। সুন্দৰে সেই কালেই তলনৈ মূৰকৈ ঠিয় হৈ থাকে। বুঢ়াগোহায়নীযে উঠি বহি আকৌ হুৰাও-ৰাওকৈ কান্দিবলৈ ধৰে সুন্দৰৰ ফালে চাই চাই—"অ মোৰ জীয়াৰীক কি কৰিলা—কত মাৰিলাগৈ—অ মোৰ কাঞ্চন তোক কত হেৰুৱালো-মই"—কান্দি কান্দি ঢাল খাই পৰি যায়—ৰাজমাও লিগিৰীহঁতে ডাঙি লাহে লাহে পোজ কঢ়াই লৈ যায়। অলপ পৰৰ পাছত বাহিৰত কন্দাৰ শব্দ শুনা যায়—তাৰ পাছত সকলো নিতাল হয়। সুন্দৰে আহি পালেঙত বহে। তাৰ মুৰে কপালে হাতদি কিবা ভাবিবলৈ ধৰে। তাৰ পাছত সুন্দৰে ঘোৰ অশান্তি পাই, চাটি ফুটি কৰি পালেঙৰপৰা উঠি ইকাল সিকাল কৰি

আকৌ পালেঙত দীঘল দি পৰি থাকে—সুদৰ্শন ওচৰৰে মুঢ়া এটাত বহে আৰু ধুপ কাঠি এডাল, ওলমি থকা চাকিত লগাই এখন শৰাইত থয়। ধুপৰ ধোৱাৰ সুগন্ধত সুন্দৰে অলপ অলপ আস্বস্তি বোধ কৰা যেন বৰি হঠাৎ উঠি সুদৰ্শনৰ চকুৰে চকুৰে চাই]

সুন্দৰ— বন্ধু—এই কথাবোৰৰ বিষয় তুমি কি ভাবা?

সুদৰ্শন—কি কথা?

সুন্দৰ— শেৱালিৰে সতে মোৰ এনে—

সুদৰ্শন—বুজিছো। (মিছিক কৈ হাঁহে)

সুন্দৰ— হাঁহিলা দেখোন

সুদৰ্শন—এৰা।

সুন্দৰ— (প্ৰশ্নসূচক দৃষ্টিৰে আৰু কৌতুহলপূৰ্ণ ভাৱেৰে সুদৰ্শনলৈ চাই বৈ থাকে)

সুদৰ্শন—তুমি শেৱালিক আন লিগিৰীতকৈ মৰম কৰা?

সুন্দৰ— কৰোনে কি?

সুদৰ্শন—তুমি যেই সেই কামতে শেৱালিক হে মাতা?

সুন্দৰ— জানো। হবলা।

সুদৰ্শন—আন লিগিৰীতকৈ তাইৰ সতে কথা বতৰা সৰহ?

সুন্দৰ—(সুন্দৰে যেন কিবা মনত পেলাব খুজিছে এনে ভাব ধৰে।)

সুদৰ্শন—লিগিৰীবোৰৰ সতেতো তুমি ঠাট্টা মস্কৰা বা ৰং ধেমালি নকঁৰা?

সুন্দৰ— নিশ্চয় নকৰো।

সুদৰ্শন—কিন্তু শেৱালিৰ সতে মাজে মাজে—

সুন্দৰ— কৰোনে কি?

সুদৰ্শন—সেই বিষয়ে তোমাৰ সন্দেহ আছে?

সুন্দৰ— পিছে কৰিলোৱেই যেনিবা।

সুদৰ্শন—বন্ধু পিছে সেই যেনিবায়েই কথা কেনিবা নিছেগৈ।

সুন্দৰ— কেনেকৈ ?

সুদৰ্শন— তেনেকৈয়ে। সেইবোৰেই প্ৰতীয়মান কৰাইছে যে তুমি শেৰালিলৈ আসক্ত। তিৰুতা মানুহৰ কথা, তাকে লিগিৰী টোলত বঢ়াই নি নি মাখিটোকে হাতীটো যেন কৰিলে এতিয়া সেই হাতীটো বনৰীয়া হৈ গাওঁ নগৰ হাবি বন গোটেইখন মহটিয়াই ফুৰি উৎপাতৰ সৃষ্টি কৰিছে।

সুন্দৰ— হুঁ—( বুলি মৌন হয় )

সুদৰ্শন— ( কিছুপৰ মনে মনে থাকে ) আৰু এটা কথাও। এই বিষয়ে আজি কিছুদিনৰপৰা মোৰ ঘোৰ সন্দেহ হৈছে।

সুন্দৰ— কি ?

সুদৰ্শন— ( সৰুকৈ ) শেৰালিয়ে তোমাক ভাল পায়।

সুন্দৰ— ( টোপনিৰপৰা সাৰ পোৱাৰদৰে ) লিগিৰী এজনীৰ ইমান স্পৰ্দ্ধা।—কেনেকৈ ?—কেনেকৈ ?

সুদৰ্শন - ভালপাই মানে তোমালৈ আকাঙ্ক্ষা নকৰে। জোনটোক যেনেকৈ মানুহে ভাল পায়, কিন্তু তাক পাবলৈ আকাঙ্ক্ষা নকৰে, পোৱা অসম্ভৱ বুলি জানে, কিন্তু তাৰ শীতল কিৰণত ফুৰি আনন্দ পায়, সেইদৰে তাইয়ো তোমাক পাবলৈ কেতিয়াও আকাঙ্ক্ষা নকৰে কিন্তু তোমাৰ মৰমৰ উমনি সপোন দেখি বলিয়া হৈ থাকে।

সুন্দৰ— তিৰোতাই ভাল নেপায়—মিছা কথা।

সুদৰ্শন— সেই বিষয়ে মই তৰ্ক কৰিবলৈ নাযাওঁ। মাত্ৰ মোৰ সন্দেহৰ কথাটো কলোঁ। সময়ত সকলো কথা তল পৰি যাব, আৰু মানুহে পাহৰি যাব। সেই কাৰণে এইবোৰলৈ তুমি বৰকৈ কাণ নিদিবা। কথাটো বৰ নাভুত নাশ্ৰুত হল—সমাজত

আলোড়ন হবই আৰু মানুহে গুৰি বিচাৰি স্বাভাৱিকতে ফুৰিবই। দুদিনৰ পাছত আকৌ পাহৰি পেলাব—লেঠা ছিগিব।

সুন্দৰ—হুঁ (সুন্দৰে যদিও দেখাতে সেই বিষয়ে নমতা হয় তথাপি মনৰ ভিতৰত সেইবোৰ কথা যে পাগুলিবলৈ আৰম্ভ কৰিছে তাক মুখৰ ভাবত বেছ বুজিব পৰা হয়)

সুদৰ্শন—বন্ধু এতিয়া নিশাও হলহি—তুমি শুবলৈ দিহা কৰা। মইয়ো যাওঁ। কাইলৈ পুৱা আকৌ বাকী কথা পাতিমহি।

(এইবুলি সুদৰ্শন উঠে)

সুন্দৰ—নহয় বন্ধু অলপ বহা মোৰ মনটো বৰ কেনেবা কেনেবা লাগিছে। এটা গীত গোৱা তাৰ পাছত যাবা।

সুদৰ্শন— হয়নেকি বাৰু তেন্তে। [কোন আছে? সেউজি টোকাৰিখন লৈ আহচোন।

[সেউজীয়ে অলপ পাছতে টোকাৰী খন ~~লৈ আহে~~ দি যায় সুদৰ্শনে লৈ গায়।

গীত

মোৰে জীৱনৰে সখা কৃষ্ণ তই
মোৰে জীৱনৰে সখা কৃষ্ণ।
মোৰে জীৱনৰে সখা কৃষ্ণ তই,
বজাব কিসুৰে বেণু!
কপালতে তোৰ কোনে আকি দিলে ইন্দ্ৰধনু?
পুৱতি নিয়ৰে, সানে চৰণতে
শুকুলা মুকুতাৰ ৰেণু
অ' তোৰ শ্যামল গাতে কোনে
চন্দন পিন্ধালে
অ' তোৰ ফুল কুমলীয়া তনু

বজাব সোণৰে বেণু কৃষ্ণ তই
বজাব সোণৰে বেণু।
সুৰৰে জিঞ্জিৰী পিন্ধালি মোক
সুৰৰে জিঞ্জৰী।

[ গীত শেষ হলত সুদৰ্শন উঠে ]

সুদৰ্শন— তেন্তে বন্ধু তুমি শুবলৈ দিহা কৰা। মিছা চিন্তাবোৰ কৰি নাথাকিবা। মই যাও।

[ সুন্দৰ আনমনা হৈ "বাৰু" বুলি কয়। সুদৰ্শন লাহে লাহে ওলাই যায়গৈ কিছুপৰৰ পাছত সুন্দৰ পালেঙৰপৰা উঠি বৰ উদ্বিগ্নভাৱে কোঠাটোত অহা যোৱা কৰি থাকে তাৰ পাছত পালেঙত বহি, কিবা এটা অৱসাদত ভাগৰি পৰাৰ দৰে, ভৰি ওলোমাই পালেঙত পৰি থাকে। অলপ পৰৰ পাছত শেৱালিয়ে ৰূপৰ কাঁহী এখনত এটা ৰূপৰ বাণ বাটিত তপত গাখীৰ আনি কোঠাটোত সোমাইছি আৰু সুন্দৰক সেইদৰে পৰি থকা দেখি থমক খাই ৰয়। তাৰ পাছত থৰক বৰক কৰি সুন্দৰৰ ওচৰৰ মুঢ়া এটাত কাঁহীখন থৈ তল মুৰ কৈ ]

শেৱালি— ডেকা কোঁৱৰ তপত গাখীৰ ৰাজমাৱে পঠাই দিছে।

[ সুন্দৰ গিৰিপ কৰে বিছনাত উঠি বহে আৰু শেৱালি দুখোজমান পাছলৈ হুহকি যায় ]

সুন্দৰ— (তীব্ৰ ভাবে শেৱালিলৈ চাই কৰ্কশ স্বৰে)

আই দেউতাই তোৰ হাতেতে পঠাই দিছেনে?

শেৱালি— ( কও নকও কৈ ) নহয় ৰাজমাও দেউতাই শোৱনি ঘৰ সোমোৱাৰ আগতে চাংমাইক কোঁৱৰলৈ তপত গাখীৰ পঠাবলৈ কৈ গৈছিল—পিছে চাংমাইয়ে মোৰ হাততে পঠাই দিছে।

[ সুন্দৰ মনে মনে থাকে। শেৱালিয়ে নমতা নোবোলাকৈ কিছুপৰ ওচৰতে থিয় দি থাকি দুখোজ মোপোজাকৈ ওলাই যাবলৈ ধৰে। সুন্দৰে খপহ কৰে ঠিয় হৈ ]

সুন্দৰ— শেৱালি এই ফালে আহ ! ( শেৱালি আচৰিত হৈ উভটি আহে। আৰু সুন্দৰৰ মুখ ৰঙা পৰে ) তুৱাৰখন জপাই আহ।

[ শেৱালিয়ে কি কৰো কি নকৰোকৈ থৰক বৰক কৰি তুৱাৰৰ ফালে যাও নাযাওকৈ সুন্দৰৰ মুখলৈ চাই থাকে।

সুন্দৰ— ( অলপ খঙেৰে ) তু—ৱাৰ খ—অন জপাবলৈ কৈছো নহ—য়ই।

[ শেৱালি কিং কৰ্ত্তব্য বিমূঢ় হৈ নীৰৱ নিস্পন্দ হৈ শিলা মূৰ্ত্তিৰ দৰে মাথোন সুন্দৰৰ মুখলৈ চাই থাকে ]

তই শুনিছনে—নাই ?

[ শেৱালিয়ে খৰকৈ গৈ তুৱাৰ জপাই আহি নিৰীহ ভাবে ঠিয় দি থাকে। সুন্দৰ ওচৰলৈ আহি আক্ৰমনৰ ভাবেৰে ]

তই এইদৰে যতে ততে এইবোৰ কি কথা উলিয়াই ফুৰিছ ?

শেৱালি— মইনো কি উলিয়াম।

সুন্দৰ— মানুহে এইবোৰ কথা কৰ পৰা কবলৈ পাইছে ?

শেৱালি— জানো মানুহে এইবোৰ কিয় উলিয়াইছে।

[ সুন্দৰে শেৱালিৰ মুখৰ ভাব লক্ষ কৰি পাছ হুহকি পালেঙত বহি ]

সুন্দৰ— শেৱালি, তই মোক ভাল পাৱনে ?

শেৱালি— ( স্বাভাৱিক ভাবে ) পাও কেঁৱৰ।

সুন্দৰ— ( উগ্ৰ হৈ ) মোক—ভা—ল পাৱ ?

শেৱালি— ( ভয় খাই নমতা হয় )

সুন্দৰ— ( আত্ম সম্বৰণ কৰি ) কিয় ? কিয় ভাল পাৱ ?

শেৱালি— এনেয়ে ভাল পাওঁ।

সুন্দৰ— ( তীব্ৰতা আৰু ঘৃণাৰে ) এনেয়ে পাৱ—? কেতিয়াও নহয়। ভাল পাৱ ? এনেয়ে ? এনেয়ে ? মই—মই তোৰ তিৰোতাৰ লুইত দান ফেনে ফোটোকাৰে বোৱা আকাঙ্ক্ষাৰ ভালকৈ সোণ—ৰূপ—মণি—মুকুতাৰে যোগান ধৰিব পাৰিম বুলি। সেই কাৰণে—সেই কাৰণে ভাল পাৱ ? তিৰোতা—তিৰো-

তাই ভাল পোৱা দিব! স্বাৰ্থৰ অগ্নিত ভাল পোৱা পুৰি ভসম কৰি ছাই সোপা আনি আগত ধৰি কৈছে "হোৱা—এয়া ভাল পোৱা" আৰু আমি পুৰুষে সেই ছাই খিনিকে গাত সানি সকলো পাহৰি প্ৰণয়ৰ ধুনী জলাই—তিৰোতাৰ প্ৰেমৰ বৰাগী!

[ শেৰালিয়ে একো বুজিব নোৱাৰি তবধ লাগি থাকে ]

তই লোক এনেয়ে ভাল নাপাৱ। ভাল পোৱাৰ ছাই তহঁতে পুৰুষৰ চকুত মাৰি পুৰুষক কণা-মুনা কৰা, পুৰুষক ভুৱা দিয়া মায়াৱিনী।

[ এই বুলি সুন্দৰ শেৰালিৰ ওচৰলৈ চোঁচা মাৰি যোৱাদি যায় আৰু শেৰালি পাছ হুহকি যাওঁতে মেখেলাত গছকা খাই পৰে ]

সুন্দৰ— ( তাচ্ছিল্যৰে ) এনেয়ে ভাল পাৱ! এনেয়ে ভাল পাৱ!!

[ শেৰালিয়ে কান্দিবলৈ ধৰে ]

এনেয়ে ভাল পাৱ? এনেয়ে?

শেৰালি— ( কান্দি কান্দি ) পাঁ—ওঁ। এ—নে—য়ে—। ( কান্দে )

সুন্দৰ— মিছা—মিছা মিছা।

শেৰালি— ( বৰকৈ উচুপি উচুপি ) পা—ও—এনে—য়ে।

[ সুন্দৰে বিৰক্তি আৰু ঘৃণাৰে শেৰালিলৈ চাই আহি পালেঙত বহেহি। শেৰালিয়ে কান্দি কান্দি উঠিবলৈ ধৰে। সুন্দৰে তীব্ৰভাৱে চাই থাকে। তাৰ পাছত সুন্দৰে খঙেৰে শেৰালিৰ ওচৰলৈ আহি তাইৰ বাহুত ধৰি ঠিয় কৰি দুৱাৰৰ ফালে ঠেলা মাৰি পঠায়। তাই পৰিবলৈ ধৰো ধৰো হৈ বয়গৈ। উচুপি উচুপি এখোজ দুখোজকৈ ওলাই যায়গৈ। সুন্দৰে থৰ লাগি তাইৰ ফালে চাই থাকি পাছ হুহকি আহি পালেঙৰ ওচৰত বহেহি। লাহে লাহে সুন্দৰৰ উগ্ৰ মুখ খন কুমলি আহে। কিবা এটা কাৰুণ্যই সুন্দৰক জুৰি দি ধৰেহি। সুন্দৰ কৰুণ কোমল ভাবত অভিভূত হৈ পৰে। দীঘলকৈ উশাহ লৈ পালেঙত বহে। আৰু কিবা এক ভাবত থাকি দুই হাতেৰে নিজে নজনাকৈয়ে যেন, পালেঙৰ কাপোৰ বোৰ সামৰি সুঁৱৰি আনি বুকৰ মাজত সাৱটি ধৰি দীঘলকৈ হুমুনিয়াহ পেলায়।

# দ্বিতীয় দৰ্শন

[ কাৰেঙৰ লিগিৰী টোলৰ এটা কোঠা। আন্ধাৰ। সাজসজ্জা বা বেৰ একো আন্ধাৰত দেখা নগৈছিল। ওচৰৰ আনটো কোঠাৰ দুৱাৰেদি চাকিৰ অলপ অলপ পোহৰত মাত্ৰ মানুহ বা আন বস্তু চকা মকাকৈহে আকৃতি প্ৰকৃতি চিনা গৈছিল। তাত কেজনীমান লিগিৰী সুদা মাটিতে শুই থকা দেখা গৈছিল। এনেতে এজনী লিগিৰী এন্ধাৰে মুন্ধাৰে আহি এজনী লিগিৰীক জগোৱা দেখা যায় আৰু ফুচফুচকৈ কথা পতা যেন দেখা যায় তাৰ পাছত এজনী শোৱাৰপৰা উঠা যেন দেখা যায় উঠি দুইজনী ৰং মনেৰে কিছু আগ ভাগলৈ আহে। শেৱালি আৰু সেউজী। শেৱালিৰ বাহুত ধৰি সেউজী ]

সেউজী—( অলপ সৰু মাতেৰে ) শেৱালি তয় ভয় নকৰিবি। তোক ৰাজমাৱে কিবা ভিতৰুৱা কথা শুধিবলৈহে মাতিছে।

শেৱালি—( বৰ ভয় খোৱা যেন হৈ ) সেউজি মোৰ ভয় লাগিছে। ৰাজমাও দেউতাই এইদৰে এনে নিশা কোন কাহানিও মাতি পঠোৱা নাই।

সেউজি—নাই নাই—এইবোৰ নানান্ কথা ওলাইছে নহয়—সেই বিষয়ে' হব পায়।

শেৱালি—নহয় নহয় মোৰ বৰ ভয় লাগিছে ৰাজমাৱে মোক কিবা কৰিব।

সেউজি—নাই—নাই—মইও যাম লগতে।

শেৱালি—আহ সেউজি—মোক নেৰিবি—অ সেউজি আজি কেদিন মানৰপৰা মোৰ সোঁচকু সোঁবাহু বৰকৈ লৰি আছে। বৰ ভয় লাগিছে।

[ কন্দাৰ দৰে শেৱালিয়ে কুঁকুৱাই ]

সেউজী—কেলৈ মিছাকৈয়ে ভয় কৰিছ আহ একো নকৰে আহ।

[ সেউজীয়ে বাহুত ধৰি শেৱালিক লৈ যায় শেৱালি যাওনে নেযাওকৈ বৰ অনিচ্ছাৰে অথচ বাধ্যত পৰি যোৱাৰ দৰে যায় আনটো কোঠাত থকা চাকিটো তাহাতে লৈ যোৱাগে বাবে এতিয়া এই কোঠাটো সমূলি আন্ধাৰ হৈ পৰে ]

# তৃতীয় দৰ্শন

[ ৰাজকাবেঙৰ এটা কোঠা। সুন্দৰকোঁৱৰ আৰু সুদৰ্শনে কিবা পুথি এখন লুটিয়াই পুটিয়াই চাই আছিল। সুন্দৰে নিৰ্ব্বিকাৰ ভাবে হাঁহিছিল আৰু বপুৰাৰ লগত কথা পাতি আছিল যদিও—মাজে মাজে বৰ উদ্বিগ্ন হৈছিল। বপুৰা সুন্দৰৰ ওচৰতে বহি কথা পাতিছিল ]

সুন্দৰ— ( হাঁহি ) বপুৰা তোৰ বাৰু তিৰুতালৈ এনে বিৰাগ কিয় জন্মিল ?

বপুৰা— কোঁৱৰ তিৰুতা জাতিটো বৰ 'খেচ' জাতি। সংসাৰৰ কথা বতৰা নিজেও নুবুজে, আনে বুজালেও কিবাখন খেলি মেলি কৰি বুজাকো বিমোৰত পেলায়—অলপো যদি মৰম বুজে কিনো কম কোঁৱৰ।

সুন্দৰ— কেলৈ তই দেখোন বিয়া কৰোৱাৰ আগেয়ে তিৰুতা লাগে লাগে বুলি হামৰাও কাঢ়ি মৰিছিলি। এতিয়া কি হল আকৌ ?

বপুৰা— এৰা কোঁৱৰ, কাঢ়োতে কাঢ়িছিলো। সোণত সুৱগা চৰোৱা গাৰ বাকলিখন,—ডালিমগুটিয়া দাত কেটিয়েদি মাঘৰ বিহুৰ মেজিৰ খৰিৰ মাজেদি ওলাই অহা জুইৰ নিচিনা বুকু পুঁৰি ভসম্ কৰা হাঁহিটো দেখি। বতাহে কোবোৱা বিৰিণাৰ সুহৰি যেন মিঠা মাতটো শুনি। পিছে কি হব ? এনে টৈধৰ জাত ঐ—মোৰ গোসাই! আগেয়ে সেইখন দেখুৱাই কিনো কম কোঁৱৰ, বিয়াৰ কেদিনমানৰ পাছতে,—সেইবোৰ নো কোন মেৰতলিত লুকুৱালে সেইয়া ভগৱতী গোসানীয়েহে জানে। মানুহ বুলিয়েই নাভাবে নহয় কোঁৱৰ।

[ সুন্দৰে সুদৰ্শনে হাঁহে ]

সুদৰ্শন— কি বুলি নো ভাবে অ' তোক ?

বপুৰা— হে হৰি কি বুলি ভাবিব নো ? গুটি ধানৰ ভড়ালটো বুলি।
[ সুন্দৰ আৰু সুদৰ্শনে হাঁহে ]

সুদৰ্শন— বাৰু বপুৰা, তোৰ তিৰোতাজনী তেনে হল বুলিয়েই আটাই-বোৰ তেনে হব বুলি কিয় ভাবিছ ?

বপুৰা— এটা ভাত পিটিকি চালেই বুজি নহয়, গোটেই চৰুটো সিজিছে নে নাই।

সুদৰ্শন— বাৰু তই তিৰোতাবোৰক ভাতৰ লগত নিৰিজাই এপাছি • সুমথিৰা টেঙাৰ সতেনো নিৰিজাৱ কিয় ? তাৰে এটা গেলা পালে গোটেই পাছিটো জানো গেলা পাবি ?

বপুৰা— (কিছুপৰ বৈ) হওতে হয় কথাটো। এৰা—মোৰেই কিবা পোকে খোৱা ভাইগ'। সেই গেলা সুমথিৰাটোতহে আকৌ হাতটো পৰিল গৈ। মোৰ কপালখন কপাল নহয়, বিধতাৰ চোতাল হে হ'ল। তাত বিধতাই ওলাওঁতে এগছক সোমাওঁতে এগছক মাৰি দুবৰিবোৰতো খান্তাং কৰিলেই তাৰ উপৰিও বোকা তুলিলে। দুখীয়াৰ কপাল চোতাল হলে এয়েই হয়, ধনীৰ কপাল বিধাতাৰ চোতাল হলে আকৌ বিধতাই তাত মৰণা মাৰি ভালকৈ গুটি ধান পেলাইহে যায়।

সুন্দৰ— বপুৰা তই দেখোন এইবোৰ বৰ ভাল কথা কৈছ একা। কতনো শিকিলি ?

বপুৰা— মোৰ ঈশ্বৰ ! সকতে পঢ়াশালিত পঢ়িবলৈ নহল। ক টোৰ চুক কেইটা ভাৰে—উৰাদিহ নাপাও। পিছে এতিয়া বুঢ়া কালত আমাৰ শ্ৰীমতীয়ে যিখন পঢ়াশালি পাতিছেহি তাত শিকোৱা কথাৰ ভৰত বপুৰাৰ ৰাজহাৰ ভেমেহ্লা। আৰু

কিছু শিকিলে বা কি হয় ? কথা ফাকি এইদৰে কলেছে শুনিবলৈ ভাল হয় বোলে—

গল বপুৰা গল বিয়া কৰাবলৈ গল
শ্ৰীমতীৰ লগ পাই ডেকা বপুৰাকাই
ষাঠি বছৰীয়া হল।

[ সুন্দৰ আৰু সুদৰ্শনে বৰকৈ হাঁহে ]

সুন্দৰ— বপুৰা বাৰু যাচোন শেৱালিক ভালকৈ তামোল তুখনমান আনিবলৈ কগৈ। [ বপুৰা উচপখাই উঠে আৰু মুঠি বহি থাকি সুদৰ্শনৰ ফালে টহ্ টহ্ কৰে চাই থাকে ] কি হল ? নাযাব কিয় ?

বপুৰা— ( বৰ চঞ্চল হৈ ) আইদেউতাই—শেৱালিক কোঁৱৰৰ ওচৰলৈ আহিবলৈ হাক দিছে নহয়—ময়েই আনোগৈ।

সুন্দৰ— ( খংমূৰা হৈ ) কেলৈ, তাইৰ কি দোষ—তাই কেলৈ মোৰ ওচৰলৈ নাহিব। যা তাইক—( মাতে ) লিগিৰি ! কোন আছ ? শেৱালি ?

[ ৰেৱতী সোমাই আহে ]

ৰেৱতী— কিবা ডেকা কোঁৱৰ ?

সুন্দৰ— শেৱালি কতা ? [ৰেৱতী মাতিব নোৱাৰা হৈ ৰঙা পৰে] শেৱালিক মাতি আনচোন।

ৰেৱতী— আইদেউতাই—

সুন্দৰ— নেলাগে মোক আইদেউতাৰৰ কথা—মই মাতিছো বুলি কগৈ। [ ৰেৱতী নগৈ ৰৈ থাকে ] নাযাব কিয় ?

ৰেৱতী— আইদেউতাই খং—

সুন্দৰ— মই—মই—মই মাতিছো—যা মাতি আন।

[ এইবাৰ ৰেৱতী বেবুৰা হৈ যায় গৈ ]

সুন্দৰ— এতিয়া শেৱালিৰ গাত হে জগৰ লাগিল গৈ। মিছাকৈয়ে নিৰপৰাধী ছোৱালীজনীক এনে অত্যাচাৰ কৰিছে।

**সুদৰ্শন**— তুমিও নো ইমান অঁকৰা হৈছা কিয় ! ৰাজমাও দেউতাই তাইক আহিবলৈ হাক দিছে যেতিয়া—আন লিগিৰীয়ে আল-পৈচান ধৰক ।

**সুন্দৰ**— কেলৈ তাইক মোৰ ওচৰলৈ আহিবলৈ নিদিব । মিছা ধাৰণা এটা কেলৈ মূৰত সুমাই থব ।

**সুদৰ্শন**—কিন্তু তুমি এনে অঁকৰা হলে মানুহে কবলৈ আৰু—

**সুন্দৰ**— কওক—কওক—। সেয়ে বুলি যদি ভাবিছে—তেন্তে—মই—মই—

**সুদৰ্শন**— এই বলিয়ালিখন নকৰিবা ।

**সুন্দৰ**— কিহে তুমিও সেই । বলিয়ালিকে কৰিম । সমাজে এনেকৈ মিছা গোজ পুতি ধৰি থাকিব । বপুৰা—যা শেৱালিক মাতি আনগৈ ।

**বপুৰা**— কেলৈ নামাতিম মোৰ স্বৰ্গদেৱ—তাইক মই এতিয়াই তামোল-পানৰ বতাৰে—

[এই বুলি বপুৰা গৰ্ব্বভৰে তাৰপৰা উঠি যায়]

**সুদৰ্শন**-- সুন্দৰ তুমি কিছুমান অলাগতিয়াল কথাৰ ওপৰত ইমান কিয় বল কৰা মই নুবুজো ।

**সুন্দৰ**— অতি লাগতিয়াল । [বুলি আৰু এনো নকৈ গংমুৱা হৈ মনে মনে থাকে। দুয়ো এই দৰে কিছুপৰ থকাৰ পাছত সুন্দৰ অধৈৰ্য্য হৈ—] বপুৰা ! বপুৰা। (কাৰো মাত নাহে) সেৱতি ! শেৱালি ! (কাৰো মাত নাহে।) কোন আছ ? কোন আছ ? [সুন্দৰ থিয় হৈ] বপুৰা ! বপুৰা ! [বপুৰা লৰি সোমায়হি] কতা শেৱালি কতা ?

**বপুৰা**— জানো কোঁৱৰ বিচাৰিছো দেখোন ? সেৱতীয়ে লিগিৰী-টো... চাবলৈ গৈছে ।

**সুন্দৰ**— অথনিৰেপৰা ইমানপৰ কিয় হৈছে ? সেৱতি ! সেৱতি !

(এনেতে ৰেৱতী চুচুক্-চামাককৈ সোমাই আহে) পাগিনে নাই শেৱালিক ?

[ ৰেৱতীয়ে উত্তৰ দিবলৈ অলপ থেৰোগেগো কৰে এবাৰ তলমূৰ কৰে এবাৰ বপুৰালৈ চায় ]

**ৰেৱতী**— ডেকা কোঁৱৰ শেৱালি লিগিৰী-টোলতো নাই।

[ সুদৰ্শনে এতিয়া নিৰ্ব্বিকাৰ ভাব এৰি কথাবোৰলৈ ভালকৈ কাণ দিয়ে ]

**সুন্দৰ**— কলৈ গল ?

**ৰেৱতী**— জানো কব নোৱাৰো।

**সুন্দৰ**— (ৰেৱতীৰ ভৰিৰপৰা মূৰলৈকে তীক্ষ্ণভাবে চাই) তই ভালকৈ কথা কব পৰা নাই কিয় ? কপা যেন......উঁ.

[ অলপ কিবা ভাবি সন্দেহ কৰা যেন কৰে ]

শেৱালি কাৰেঙৰ হাউলিৰ ভিতৰত আছে নে নাই ?

**ৰেৱতী**— (কঁপা মাতেৰে) ক—ব—নোৱাৰো।

**সুন্দৰ**— (বৰ আচৰিত হৈ) উঃ বৰ আচৰিত কথা। এনে কথাতো কেতিয়াও হোৱা নাই। (সুদৰ্শনক) বন্ধু শুনিছানে নাই? শেৱালি বোলে কাৰেঙত নাই? হঠাৎ কিয় নোহোৱা হব? হুঁ বুজিছো—(মূৰ জুপিয়াই)-মই বুজিছো। এই—বপুৰা! ৰেৱতা-মোক শেৱালিক বিচাৰি আনি দিব লাগিব। ৰাজমাও দেউতাক সোধ—শেৱালি কলৈ গল ?

[ ৰাজমাও লাহে লাহে সোমাই আহোতেই সুন্দৰে ৰাজমাওলৈ বাবে চোৱাদি চায় ]

**সুন্দৰ**— শেৱালি কলৈ গল ?

**ৰাজমাও**— (অতি ক্ৰুদ্ধ হৈ) শেৱালিক তোক কেলৈ ?

**সুন্দৰ**— (আগতকৈ ডাঙৰকৈ) শেৱালি কলৈ গল কোৱা ?

[ ৰাজমাৰে বাঘিনীৰ দৰে সুন্দৰৰ ফালে ঘৃণাৰে চাই নমাতি ৰৈ থাকে ]

সুন্দৰ— ( বপুৰা আৰু ৰেৱতীক ) কলৈ গল ? [ ৰেৱতী আৰু বপুৰাই নামাতে ] ক—লৈ গল, নক—ৱ—কি ( বুলি বপুৰাক বাউসীত ধৰি জয়ঘটা লৰাই জোকাৰি ) কিয় ? কি—কি—কিয়—অ।

বপুৰা— ( লটি ঘটি হৈ ) হে মোৰ ঈশ্বৰ মই মই নাজানো।

[ সুদৰ্শন উঠি সুন্দৰক ধৰে ]

সুন্দৰ— জান জান জান ! এই কাৰেঙত আটাইবোৰে জানে ? আ—টাইবোৰে। ( পগলাৰ দৰে ) এই কোন—কোন—মাত—মাত— আটাইবোৰ মানুহকে মাত ( বপুৰা লৰ মাৰি ওলাই যায়, সুন্দৰৰ চিঞৰ শুনি, মানুহ তিৰোতা লিগিৰা লিগিৰী—আহি—তাত—ওলাই ত্ৰাসত উদ্বিগ্ন হৈ ৰৈ থাকে সুন্দৰে আটাইবোৰলৈকে চাই ) শেৱালি কলৈ গল ?

[ আটাইবোৰে একেলগে "আমি কব নোৱাৰো" ]

( প্ৰত্যেকটো আখৰত জোৰ দি ) পা—ৰি —ব—লা—গি—ব। নহলে মই তহঁতক কঠোৰ শাস্তি বিহিম—মই অসুন্দৰ হম—এনে অমানুষিক—অসুন্দৰ হম—মই—বপুৰা ! বপুৰা ! চাওডাঙ বৰুৱাক মাত--তুৰন্তে এতিয়াই।

[ সুন্দৰ খঙত থৰ থৰ কৰে কঁপি থাকে সুদৰ্শন কিং কৰ্ত্তব্য বিমূঢ় ]

ৰাজমাও— ( সুন্দৰক ) তোৰ—তোৰ মূৰত কি সোমাইছে। জগতত নকৰা কাম কৰিলি। নিজৰ বিয়া কৰোৱা তিৰোতাক আনৰ হাতত গতাই দিলি। ৰাজ বংশৰ মুখত আলাম্ভু সানিলি, নিজৰো মান মৰ্য্যাদা সকলোৰে মূৰ খালি, বুঢ়া গোহাইৰ বুকত শেল দিলি। ৰাজঘৰ বাইজৰ হাঁহিয়াতৰ পাত্ৰ কৰিলি। সমাজৰ ৰীতি ধৰ্ম্মা-ধৰ্ম্ম সকলো জলাঞ্জলি দিলি। এতিয়াও তোৰ লাজ নহল। তই নিলাজ পাপিষ্ঠ। এতিয়া আকৌ লিগিৰী জনীৰ কাৰণে বলিয়া হৈছ ?

সুন্দৰ— বৰ ভাল হৈছো। শেৱালি কলৈ গল? শেৱালিক তুমি কিবা কৰিলা?

ৰাজমাও—মই শেৱালিক মাৰিলো বা কাটিলো যিয়েই কৰিলো।

সুন্দৰ— যিয়েই কৰিলোঁ বুলিলে নচলিব আই মাতৃ।

ৰাজমাও—চলিব লাগিব। মোৰ কথা তই শুনিব লাগিব।

সুন্দৰ— নুশুনু নুশুনু ন—চ—লো। শেৱালিক যদি লুকুৱাই থৈছা উলিয়াই দিয়া। খেদাই দিছা যদি ওভোতাই আনা। নিৰ্ব্বাসিত কৰিছা যদি সেই আজ্ঞা ৰদ কৰা। অঙ্গক্ষত কৰিছা যদি অঙ্গ দি আনা। প্ৰাণে মাৰিছা যদি—তুমি তুমি—তাইৰ প্ৰাণ দি সঞ্জীৱীত কৰি মোৰ ওচৰলৈ আনি দিয়া।

ৰাজমাও— নহলে তই কি কৰিবি?

সুন্দৰ— মই কি কৰিম? তোমাৰ যি কণ মান-মৰ্য্যাদা গৌৰৱ আছে তাকো মই—ভৰিৰে গছকি নাইকিয়া কৰিম। তোমাৰ সাতামপুৰুষীয়া ৰীতি নীতি— ভাঙি চূৰ্ম্মাৰ কৰিম। (চাওডাঙ বৰুৱা আহি আহঁলৈ ৰয়হি) চাওডাঙ বৰুৱা! শেৱালি বোলা লিগিৰী জনী হেৰাইছে। তোমাৰ সকলো ৰখীয়া-পৰীয়া--তাইক বিচৰোৱা কামত লগাব লাগে। আৰু এই নগৰৰ প্ৰত্যেক ঘৰে ঘৰে হাবি বননি চলথ কৰিব লাগে। কাৰেঙৰ এই আটাইবোৰকে নি শেৱালিক কি কৰিলে কত থলে সুধি সুধি যেনে তেনে সিহঁতৰ মুখৰপৰা কথা উলিয়াব লাগে। মই আটাইবোৰ জানো—গোটেই কাৰেঙৰ ইয়াত যোগ আছে।

ৰাজমাও— (দৃঢ়তাৰে) সুন্দৰ তই কাৰেঙৰ ভিতৰলৈ শেৱালিক সুমাব নোৱাৰ।

সুন্দৰ— তুমি যদি তাকে কোৱা তেন্তে মই আৰু কৰিম। মোক শেৱালিক আনি দিব লাগিব। চাওডাঙ বৰুৱা, লিগিৰা লিগিৰী, তুৰন্তে তুৰন্তে তাইক বিচাৰি উলিয়াই আন। (ৰাজমাওক) কাৰেঙত সুমাব নোৱাৰো? আই মাতৃ, তোমাৰ এই হুকুম অমান্য কৰিম। তাকে কৰিয়েই নেৰো তাতকৈ আৰু কৰিম। তোমাৰ আজ্ঞা, সমাজৰ আজ্ঞা, মোৰ উপৰি পুৰুষৰ আজ্ঞা, শাস্ত্ৰৰ বিধান, শাস্ত্ৰকাৰৰ নিবন্ধন আটাইবোৰৰ বিৰুদ্ধে যাম। মই শেৱালিক কাৰেঙৰ ভিতৰলৈ আনিম— মই মই তাইক বিয়া কৰাম (আটাইবোৰ চকুখাই উঠে) আৰু আৰু কি কৰিম জানিছানে আই মাতৃ—গোটেই কাৰেঙক গোটেই ৰাইজক তাইৰ আগত আঠু লোৱাম—তাইক মই কাৰেঙৰ লিগিৰী গুচাই কাৰেঙৰ কুঁৱৰী কৰিম।

——:*:——

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

[ নগা পৰ্ব্বতৰ নামনি। অলপ দূৰত পৰ্ব্বতৰ গাত নগাৰ চাং দেখা গৈছে। চাৰিও ফালে বৰ ওখ ওখ পৰ্ব্বতবোৰে ঠাই ডোখৰ বেঢ়ি থৈছিল। পুৰা দোক্‌মোকালি বতৰ ডাৱৰীয়া মাজে মাজে মেঘৰ গাজনি আৰু চকা মকা বিজুলী দেখা গৈছিল। এনে সময়ত তিনটা বৰ গাঠলু চাওডাঙ পিঠিত একোটাকৈ বোজা লৈ আহি কাত ওলালহি সিহঁতৰ মাজতে কন্দনামুৱা শেৱালি মুখ খন তাইৰ তেনেই শেতা ভাৱকৈ খোজ কাঢ়িব পৰা নাই। চকুৰপৰা অবিৰল লো বাগৰিব লাগিছে। শুকান চুলিবোৰ বতাহত উৰি উৰি মুখত পৰিছেহি দেখোতে তাইক বাউলী যেন দেখা গৈছিল। চাওডাঙ কেইটাই ওচৰতে টালি টোপোলাবোৰ থয় ]

১ম চাওডাঙ—প্ৰভু মোৰ (কঁকালত হাত দিয়ে।) হৰি হৰি (শেৱালিক) শেৱালি অ’ বহ আই বহ এই শিলটোতে বহ। বৰ ভাগৰ লাগিছে নহয় নে আই। ভোক লাগিছেনে? কিবা খাবিনে?

শেৱালি—(কালৈকো নেচাই মুৰ জোকাৰে) উঁহো।

[ তাৰ পাছত শেৱালিয়ে গাৰ কাপোৰ খন গুচাই শিল এটাত বহি দীঘলকৈ উশাহ লয় ]

২য় চাওডাঙ—বহ, বোপাইহঁত বহ বৰ ভাগৰে ধৰিছে।

৩য় চাওডাঙ—হেৰৌ, তামোল চালি কিবা আছে যদি দেছোন।

[ ২য় চাওডাঙে তামোল উলিয়াই দুয়োটাকে দিয়ে তাৰ পাছত শেৱালিক যাচে ]

২য় চাওডাঙ—শেৱালি অ’ আই—চালি এখন খাবিনে ?

শেৱালি— নেখাওঁ ।

[ আটাই কেউটা চাওডাঙে চাৰিউ ফালে চকু ফুৰাই চাই কিছুপৰ মনে মনে থাকে ]

১ম চাওডাঙ—পিছে আই শেৱালি আমাৰ কথা হলে এয়েই । দেখিছই নহয়, আমাৰ ৰাজমাও দেউতাই তোক কোনোবা ৰাজ্যত এৰি থৈ আহিবলৈ কৈছে আৰু তয়ো যদি আমাৰ পিছতে নগৰ ওলাৰগৈ, আমাৰ থিতাতে মৰণ । তয়ো যেন কেতিয়াও আৰু দেশত মুখ নেদেখুৱাই আমাৰ জীৱ দান দিয় । ভৈয়ামলৈ তই উভতি গলে আৰু আমাৰ মূৰ গাৰিত নাথাকে । ইয়াকেহে কলো আই । তয়ো আৰু কথাবাৰ বুজিবি বুলি তোৰে আৰু প্ৰভু ভগৱন্তৰ ওপৰত ভাৰষা কৰি ইয়াতে এৰি থৈ যাম । নগাইঁত বৰ ভাল মানুহ । সিইঁতৰ সৈতে মিতিৰালিকৈ থাকিবি নহলে আৰু আন উপায় নাই ।

২য় চাওডাঙ—এৰা শেৱালি তোৰ মুখলৈ আমি যেনেকৈ চালো তয়ো যেন আমাৰ মুখলৈ চাৰ আই ।

শেৱালি—( কিছুপৰ মনে মনে থাকি ) চাওডাঙ ককাইইঁত, তোমালোকে এচুলিমানো ভয় নকৰিবাহঁক । ইয়াতে আও মৰণৰে মৰিবলৈ হলেও মই আৰু ভৈয়ামত মুখ নেদেখুৱাও । সেইটো মইতে জানিবা । ভৈয়ামত নো কাৰ মুখ চাবলৈ যাম আৰু । ( কান্দে )

১ম চাওডাঙ—নেকান্দিবি আই নেকান্দিবি । হৰি নাম লৈ থাকিবি আই । প্ৰভু ভগৱন্তই যদি তোক মৰণৰপৰা সৰুৱাইছে তেৱেই তোক সকলো বিঘিনিৰপৰা ৰাখিব আই । ইমান

দিনলৈ পৃথিবীত চাউল কঠা বিধতাই দিছে ·তাৰপৰা তোক কোনে বঞ্চিত কৰিব আই।

শেৰালি—( কান্দি ) মোকনো কিয় মাৰি নেপেলোৱা। এইদৰে জীয়াই যমৰ যন্ত্ৰণা সহাতকৈ আই—অ। মইনো এই নিৰ্জ্জন বনত কেনেকৈ অকলে অকলে থাকিম। আই—অ ( কান্দে )। চাওডাঙ ককাইহঁত মোকনো ইয়াত কেনেকৈ অকলৈ অকলৈ এৰি থৈ যাবাগৈ মোৰ কপাল অ ( কান্দে )।

[ শেৰালিৰ এনে অৱস্থা দেখি চাওডাঙ কেটাৰ মন বৰ বিমৰিষ হয। এটাই কেউটাই শেৰালিলৈ বৰ করুণ ভাবে চাই থাকে। আৰু অলপ পৰৰ পাছত তিনিউটাৰ চকুৰ পানী ওলায়। সিহঁতে সাউৎ কৰে মচি আন ফালে চকু ঘুৰায ]

১ম চাওডাঙ—( শেৰালিৰ ওচৰলৈ গৈ গালত হাত ফুৰাই ) আই--অ'—কান্দিলে কি হবনো এতিয়া। আমি নো কি কৰিম আই। বিধতাৰ নিবন্ধন কোনেনো খণ্ডাব। যা আই উঠ সেই জুৰিৰ পানীৰে মুখ ধুই কোমল চাউল কেইটামানকে খা। যা—যা—আই উঠ।

[ এই বুলি শেৰালিক হাতত ধৰি জুৰিৰ ফালে পঠাই দিযে। শেৰালিযেও ফেকুৰি ফেকুৰি যায়গৈ ]

২ম চাওডাঙ—( আন দুটাক ) বল ককাইহঁত এতিয়াই আমি যাওঁগৈ তেহে বেলি পৰে মানে গাওঁখন পাম গৈ। তাইৰ মুখ খন দেখিলে আকৌ শোক লাগিব। ভালক বুলিয়েই তাইক এৰি গলো তাই যদি পিছে আমাৰ বধৰ ভাগী হয় সেইটো তাইৰ ধৰ্ম্মই জানে। বল বল ককাইহঁত তাই আহি পাইহিহে লাগে।

[এই বুলি তিনিউটা চাওডাঙে ততাতৈয়াকৈ উঠি টালি-টোপোলা লৈ তাৰপৰা বেগাই গুছি যায় গৈ। অলপ

পৰৰ পাছত শেৱালি তালৈ আহি চাৰিউফালে আকুল হৈ চাবলৈ ধৰে ৰিহাৰ আচলেৰে সোপা কৰি মুখত দি কান্দে আৰু সোপাটো মুখেৰে কামুৰিবলৈ ধৰে। তাৰ পাছত এবাৰ ইফালে এবাৰ সিফালে লৰি গৈ কাকো নেদেখি আতুৰত পৰাৰ দৰে নিধাতু খাই কান্দি কান্দি চিয়ৰি চিয়ৰি "চাওডাঙ ককাইহঁত" বুলি চাৰিউফালে পাগলীৰ দৰে লৰি ফুৰিবলৈ ধৰে। (এবাৰ লৰি ৰঙ্গমঞ্চৰপৰা ওলাই যায়গৈ)। দূৰত কান্দোন আৰু চাওডাঙক মতা শুনা যায়। এইদৰে মাজে মাজে শেৱালিৰ কান্দোন আৰু চিয়ৰ শুনা যায়। ২ মিনিট মান পাছত শেৱালি আকৌ ৰঙ্গমঞ্চত সোমাই বাউলীৰ দৰে "মোক কত এৰি থৈ গলাগৈ বুলি ভয়ত উচপ খোৱাৰ দৰে হৈ কান্দিবলৈ ধৰে। পাছত উদ্ধাৰৰ একো আশা নেদেখি মাটিত ধাচ কৰে পৰি কান্দি থাকে। তাৰ পাছত উঠি বহি হঠাৎ শান্ত হয়; যেন কিবা এটা শক্তিয়ে তাইক গহীন কৰি পেলালেহি।

শেৱালি— ইয়াকে বোলে কপালৰ লিখন। কৰ শেৱালি কত আছিলো কলৈ আহিলো। (কান্দে, কান্দোন এৰি অলপ পৰ মৌন হৈ থাকে) ভাবিনো হব কি নেভাবিলেনো (কিছুপৰ মনে মনে জলকা লাগি থৰ হয় তাৰ পাছত ৰাগি লগা মানুহৰ দৰে) আই অ কোঁৱৰৰ মুখ খন মাজে মাজে মনত পৰি বুকুখন কেনেকৈ চিৰিংকৈ গৈছে। কোঁৱৰৰলৈ মোৰ ইমান মৰম কিয়? তুমি বুজা নহয় মোৰ তোমালৈ কিমান মৰম। মোৰ বুকুৱে নধৰে মোৰ মনেও ভাবি ভাবি শেষ কৰিবলৈ ভাগৰে। কিমান মৰম। সুৰুযৰ পোহৰবোৰ যেনেকৈ পৃথিবীলৈ বিয়াকুল হৈ আহি আই বসুমতিক সাবটি ধৰি আছে—মোৰো মৰমবোৰ তোমালৈ সেইদৰে গৈ তোমাক আগুৰি আছেগৈ। তোমাৰ সোণবৰণীয়া মুখত মোৰ মৰমবোৰ জিল-মিলাই আছে

মই দেখিছো তোমাৰ কেঁকোৰা চুলিৰ চামে চামে মোৰ মৰমবোৰে লুকাভুকি খেলিছে। তোমাৰ ডিঙিৰ মুকুতা মণি কেইটিত কেনে ৰহণ সানিছে। তুমি মোলৈ নীলা আকাশৰ পূৰ্ণিমাৰ জোন, তোমাক মই নাপাওঁ। কিন্তু তোমাৰ মৰমৰ জোনাকত মোক জুৰ লবলৈকো নিদিবানে? বৰ মৰম—তোমালৈ মোৰ বৰ মৰম। সৌৱা সৌৱা আকাশত নীলা—নীলা নীলাবোৰ যিমান দূৰলৈ গৈ গৈ আছে সিমান সিমান সিমান! (কিছুপৰ স্তব্ধ হৈ থাকি) কতা কতা মোৰ দেখোন ভয় নলগা হল? কিং হব মৰিলেনো? কতা মৰিবলৈ দেখোন ভয় নালাগে। খাওক খাওক মোক বাঘে খায় সাপে খায় খাওক। মৰিম মৰিম মৰিলেই শান্তি পাম।

[শেৰালিয়ে আকাশলৈ চাবলৈ ধৰে। কিছুমান কলা ডাৱৰে আকাশ খন ঢাকি ধৰেহি শেৰালি বৈ আকাশলৈ চাই বুকুৰ মাজত হাত দুটা সুমাই স্তব্ধ। তাৰ পাছত নিজৰ মনতে গাই যায়]

গীত

বাৰিষাৰে ঘন ঘোৰ
বজালি প্ৰাণত মোৰ
কিনো উদাসীন সুৰ?
পবন অ' উৰুৱাই তাক—
নিবিনো কত দূৰ?
শূইন জীৱন অ' মোৰ
উটি যাব কোনো ফালে
কোন আকুলতে পাবি কুল?

আকাশ পৱন জোৰা
একেখনি ছবি অ'
কৰি থবি মোৰ এই
জীৱনকে বিয়াকুল।

[ এনেতে "এইজনী কোন অ'' !!! বুলি তিনিজনী নাগিনী ছোৱালী কণুক, জুনুক আৰু ঠুনুক সেই ঠাই ডোখৰলৈ আহি তভক মাৰি ৰয়, আৰু ভয় খোৱা যেন কৰে। তাৰ পাছত আগতকৈ লাহেকৈ কণুকে কয় "এইজনী কোন অ''। তিনিও জনীয়ে মুখলৈ চোৱা-চুই কৰি আৰু লাহেকৈ জুনুকে কয় " এইজনী কোন অ''। তাৰ পাছত মুখত আঙ্গুলী দি ঠুনুকে আন দুজনীৰ চকুলৈ চোৱা-চুই কৰি তাতোকৈ লাহেকৈ কয় "এইজনী কোন অ''।]

শেৱালি— ( সিহঁতৰ ফালে চাই অলপ হঁহা যেন কৰি ) এই কেই জনী নো কোন ?

[ প্ৰত্যেক জনীয়ে ইজনীৰ মুখলৈ সিজনীয়ে চাই নিজৰ গালে আঙ্গুলীয়াই ]

১ম জনী— মই কণুক,

২য় জনী— মই জুনুক,

৩য় জনী—মই ঠুনুক

[ এই বুলি তাহাঁতে খিল খিলকৈ হাঁহি দিয়ে ]

কণুক— ভয়ামৰ ছোৱালী তই ভয় খাইছনেকি ?

শেৱালি—নাই খোৱা কেলেই খাম ? তহঁতে মোক দেখি ভয় খোৱা নাই দেখোন। মই দেও বুলি জনা নাই হবলা।

[ আকৌ আটাই কেইজনীয়ে খিল খিল কৈ হাঁহি দিয়ে ]

কণুক— ইহ আমি হবলা নেজানো তই কেলেই দেও হবি অ' ? তই ভয়ামৰ ছোৱালী জনীহে তেওঁ। আমি তোক দুৰৰে পৰা সেই ভয়ামৰ মানুহৰ সতে অহা চাই আছিলোহে

তেও। সিহঁতে তোক ইয়াত এৰি থৈ গলগৈ নেকি?

[এই বুলি কলত শেৱালিয়ে উচুপি উচুপি কান্দে]

কণুক— কিয় কান্দিছ, নেকান্দিবি। তোকনো সিহঁতে কিয় এৰি গল অ'?

শেৱালি—মোক ঘৰৰপৰা খেদাই দিছে। [আকৌ কান্দে]

কণুক— নেকান্দিবি অ' দিয়ক ৰাক সিহঁতে খেদাই তই আমাৰ লগত থাকিবি। আমাৰ বাই ভনীৰ দৰে থাকিবি। আমি তোক বৰ মৰম কৰিম। আমাৰ লগত থাকিবলৈ অলপো দুখ নেপাব আমাৰ আই বোপায়ে তোক মৰম কৰিব তোৰ কোনো নাই নেকি অ'?

শেৱালি—ওঁহো।

কণুক— আই ঐ দেহি। পিছে তই আমাৰ লগত থাকিবিনে?

শেৱালি—নেথাকি আৰু কʼলৈ যাম?

কণুক, জুনুক, ঠুনুক—(নাচি জপিয়াই) বৰ ভাল হব আমি এতিয়া চাৰিজনী হলো।

[আটাই কেইজনীয়ে শেৱালিক সাৱটি ধৰি চুমা খাই]

কণুক— পিছে পিছে আমি তোক কি বুলি মাতিম? ওঁ?

শেৱালি—ওঁ—মোৰ—নাম—ৰ—কওঁ—বাৰু—

কণুক— ওঁ—ওঁ-মই কওঁ—মই কওঁ—মই কওঁ-দেই। তই হৈছ ভয়ামৰ মইনা পখী। মই—না! অ, মই—না—ম-ই-না। ঠিক ঠিক ঠিক হব। পিছে মইনা গীত এটা নোগোৱানে? আমি তেও তোমাৰ গীত শুনিলোহে।

শেৱালি—[হাঁহি] মোৰ যদি শুনিছিলি তহঁতে এটা মোক গাই শুনাব কিয়? মই যদি ভৈয়ামৰ পোহনীয়া মইনা তহঁত

বনৰ বনৰীয়া মইনা। গাচোন তহঁতৰ এটা বনৰীয়া গীত।

[ আটাই কিজনীয়ে খিল খিলকৈ হাঁহি—"আমি বোলে বনৰীয়া মইনা"]

কণুক— বাৰু বাৰু গাওঁ শুন।

কণুক, জুনুক, ঠুনুকে গায়—

বনৰীয়া আমি বনৰ চৰাই
বনে বনে ফুৰু অনাই বনাই
অনাই বনাই আমি
অনাই বনাই আমি
অনাই বনাই অ' অনাই বনাই।
উ-উ-উ-উ——উ-উ, উ-উ-উ।
ভয়ামৰ মইনা তই পোহনীয়া পখী
বনৰীয়া মইনাবে পতালিহি সখী
ঘৰৰ কথা আমি বনত পাতি
বনৰ কথা আমি ঘৰত পাতি
পৰ্ব্বতৰে বননি ফুৰিম বগাই
অনাই বনাই অ'
অনাই বনাই।

## দ্বিতীয় দৰ্শন

[ নগা পৰ্ব্বতৰ এটা পৰ্ব্বতৰ গাৰ সমথল। এটা গুহাৰ আগৰ মুকলি ঠাই। অলপ পৰৰ পাছতে এটা নগা ল'ৰা হাতত এপাট যাঠি লৈ ৰৰবাপৰা [illegible] মাৰি আহি তাত থিয় হৈছি। তৰ চকু [illegible] [illegible]। মুখৰ ভাব মুহূৰ্ত্তে মুহূৰ্ত্তে সলনি হৈছে [illegible] [illegible] এটা আনন্দত [illegible] কিৰিলি মাৰি হাঁহি উঠে। তাৰ [illegible] কথা নাই বতৰা নাই সি উন্মত্ত হৈ নাচিবলৈ ধৰে। তাৰ সেই নাচোন

মাথোন মনৰ অসংলগ্ন অৱস্থা আৰু ভালকৈহে ফুটাই তাক বঢ়িয়া বুলি প্ৰতীয়মান কৰায়। সি এই দৰেই নাচি থাকোতেই অনঙ্গৰাম অতি ধীৰ আৰু দাৰ্শনিকৰ খোজেৰে সোমাই অলপ দূৰত থৰ হৈ থিয় দি তাক চাবলৈ ধৰে। অনঙ্গৰামৰ চুলিবোৰ অতি ৰুক্ষ। বহুত দিন তেল-টেঙ্গা নঘহা ও তাৰ বৰণ ৰঙচুৱা। গাত যদিও কাপোৰ পাটৰ চোলা চুৰীয়া সি এতিয়া জীৰ্ণ আৰু মলিন। অনঙ্গৰামৰ মুখৰ বৰণ বৰ শেতা আৰু গালত কিছু দাড়িও গজিছিল। চকুত কিন্তু এটা উদাৰ দৃষ্টি। মুখত এটা মুক্ত সন্ন্যাসীৰ দৰে নিৰ্বিকাৰ ভাৱ আৰু আনন্দৰ হাঁহি লাগি আছিল। অনঙ্গ লাহে লাহে ভাত পৰি থকা শিল এটাত বহে। নগা লৰাটোৰ এবাৰ হঠাৎ অনঙ্গৰ ওপৰত চকু পৰিলত নিমিষতে নাচ বন্ধ কৰি কাঠৰ পুতলাৰ দৰে অনঙ্গৰ ফালে চকু টেলেকা কৈ চাই থাকে ]

অনঙ্গ— নাচ

নগালৰা—নাচিলে মূৰ ঘূৰাই।

অনঙ্গ— তেন্তে কিয় নাচিছিলি ?

নগালৰা—( অট্টহাস্য কৰি ) কিয় ? কিয় নানাচিম ? গছে নাচে পাতে নাচে নৈয়ে নাচে ময়ো নাচিম। তই মোৰ "চাৰাপেন"ক দেখিছিলি ?

অনঙ্গ— চাৰাপেন কোন ?

নগালৰা—মোৰ বুকুৰ সোন, তাইক আজি মই বহুতদিন বিচাৰিছো তাই নাই কৰবালৈ গল। তাই মোৰ নাচ চাবলৈ বৰ ভাল পাইছিল। মই নচা দেখিলে তাই বহুত দুৰৰপৰা লৰি আহিছিলে।

অনঙ্গ— তাই কিমান দিন হল হেৰাল।

নগালৰা—ডুবাৰ ভাৰ হল ডুবাৰ বৰষুণ হল। সেই ফুলিটো ডুবাৰ শুকালে ডুবাৰে ফেনে ফেটোকাৰে গল। ৰঙা ফুলবোৰে ডুবাৰ ফুলিলে মোৰ চাৰাপেন নাচ চাবলৈ নাহিলে।

তাইলৈ মনত পৰিলে মই নাচো কিজানি তাই দূৰৈৰপৰা মোক নচা দেখি থাকিব নোৱাৰি লৰমাৰি চাবলৈ আহে। কতা পিছে মই নাচি আছো, পৰ্ব্বতৰ টিঙত উঠি নাচিছো নৈৰ পাৰত নাচিছো, বনৰ মাজত নাচিছো, ভয়ামৰ পথাৰত নাচিছো, কতা চাৰাপেন দেখোন মোৰ নাচ চাবলৈ লৰ মাৰি নাহে।

অনঙ্গ— (হুমুনিয়াহ কাঢ়ি ] তোৰ এই নাচৰ কত শেষ হব তেন্তে আৰু? বুজিলো ই তোৰ অনন্ত নৃত্য। ব্যৰ্থ প্ৰেমিকৰ ব্যৰ্থ নৃত্য। (নগালৰাটোৱে একো নুবুজি অনঙ্গৰ ফালে চাই থাকে) বাৰু তোৰ নাচ মই চালে নহবনে?

নগালৰা—নহব নহব কছোন বাৰু মোৰ চাৰাপেন কলৈ গল?

অনঙ্গ— তোৰ চাৰাপেন গছৰ কুমলীয়া পাত হল, ৰঙাফুল হল, হালধীয়া চৰাই হল, জুৰিৰ পানী হল, বৰষুণৰ টোপাল হল।

নগালৰা—[ তন্ময় হৈ শুনি ] আৰু কি হল?

অনঙ্গ— ধুনীয়া পখিলা হল, পুৱাৰ বতাহ হল, বেলিৰ পোহৰ হল, জোনৰ হাঁহি হল, নীলা আকাশ হল।

নগালৰা—তেন্তে গছপাত, ফুল, পখিলা, হালধীয়া চৰাই, জুৰিৰ পানী, বৰষুণ, বদ, বেলি, জোন, তৰাক মই মৰম কৰিলে ভাল পালে চাৰাপেনক মৰম কৰা হবনে? ইহঁতে মোৰ নাচ দেখিলে চাৰাপেনে দেখিবনে?

অনঙ্গ— পাব, পাব, দেখিব, দেখিব।

নগালৰা—( হাঁহি জপিয়াই কিৰিলি পাৰি ) ভাল হল ভাল কেনে ভাল হল। এজনী চাৰাপেনৰপৰা কিমানবোৰ চাৰাপেন হল। তেনে এতিয়া যদি পৰ্ব্বতে ভয়ামে যতে থাকো

তাতে চাৰাপেন থাকিব। যতে নাচো তাতে চাৰাপেনে দেখিব। হিঃ হিঃ হিঃ। বাৰু মই ফুলবোৰক চুমা খালে চাৰাপেনৰ গালত সেই চুমা লাগিবনে ?

অনঙ্গ— লাগিবতো।

নগালৰা—কেনে ভাল হল, বাৰু হালধীয়া চৰাইক মিঠাগুটি খুৱালে চাৰাপেনে সোৱাদ পাবনে ?

অনঙ্গ— পাবতো কেলেই নেপাব ?

নগালৰা—হিঃ হিঃ হিঃ তেন্তে মই হালধীয়া চৰাইক মিঠাগুটি খুৱাওঁগৈ, ফুলক চুমা খাওঁগৈ। (জপিয়াই ওলাই যায়)

[অনঙ্গই দীঘলকৈ উশাহ লয়। অনঙ্গই বহুত পৰ বিভোল হৈ থাকি লাহে লাহে আহি এটা শিলৰ ওপৰত বহে। চাৰিও ফালে চাবলৈ ধৰে। অনঙ্গ বৰ বিয়াকুল হৈ আহিবলৈ ধৰিলে। অনঙ্গৰ মুখত এটা দিব্য কোমলতা ফুটি উঠিল। চকুত এটা বৰ সহজ জ্ঞানী ভাব ওলাই পৰিল। অনঙ্গ তন্ময়। অনঙ্গই চাৰিওফালৰ দৃশ্যবোৰ বৰ মৰমেৰে চাবলৈ ধৰিলে। অনঙ্গই এনেকৈ চাবলৈ ধৰিলেযেনিবা আগত এখনি বৰ ডাঙৰ পুথি পৰি আছে আৰু তাৰ অৰ্থ বুজি বৰ আনন্দিত হৈছে]

অনঙ্গ— আইৰ দৰে শান্ত স্নিগ্ধ
হৈ তুমি প্ৰকৃতি সুন্দৰি
দিছা সুবিমল স্নেহ বাকি,
প্ৰিয়াৰ সৌন্দৰ্য্য লৈ পূৰ্ণ
যৌবনৰ লাজুকী হাঁহিটি মাৰি
প্ৰণয় বাতৰি কৰ খোজাহে সুন্দৰি,
ওৰণিৰে মুখ ঢাকি
বিশ্বৰ কুৰূপ তুমি পুনু বাচি আনি
কিয় কোৱা হাহি ?
ভ্ৰান্ত ধাৰণা ভোৰ সকলো

মায়াৰ লীলা হুদিনতে
সৰি যোৱা উৎসৱলৈ বুলি গথা
বিচিত্ৰ বৰ্ণৰ ফুলৰ চাকি।
তুমি প্ৰহেলিকাময়ী, বৈচিত্ৰক
বিচিত্ৰৰে ৰাখিছাহে ঢাকি।
আপোন নৃত্যতে তুমি আপুনিয়ে
হোৱা বিয়াকুল। আপোনাতে
আপুনি বিভোল, তুমি বিম্বাধৰী।
আপোন ৰথৰ তুমি আপুনি সাৰথি,
এহাতৰে ধৰি বাঘ জৰী
আনহাতে কৰিছা সন্ধান
আপোনাৰ লক্ষ্য ভেদ কৰি।
আপোন হাতেৰে তুমি গঢ়িছা
নিজেই অব্যৰ্থ সন্ধানকাৰী
মহা অগ্নিবাণ। আপোন
বাণেৰে তুমি নিজকেই কৰিছাহে
অব্যৰ্থ সন্ধান।
আপুনি ইঙ্গিত
তুমি কৰিছা নিজেই, নিজে
জ্যোতিৰ্ম্ময়ী হোৱা করি জ্যোতিষ্মান।
আপোন কুৰূপ তুমি আপুনি মোহাৰি
নিজে মথি উলিয়াই সৌন্দৰ্য্য নিৰ্য্যাস,
আপোনাৰ শৰীৰতে আপুনিয়ে সানি,
আপুনিয়ে বিতৰিছা আপোন হাতেৰে

আপোনাৰ সৌন্দৰ্য্যৰ যশ।
আপোন হাতেৰে তুমি ভাঙ্গি আনি
নিজ ফুলনীৰ, সহস্ৰ সহস্ৰ কত
কুসুম কোমল সুৰভিৰে ভৰা.
কত আৰু কতবোৰ পৰিমল ৰেণু,
ফুল মধু আনি তুমি ভৰাই হৃকৰ
নিজে শিলাকুটি হৈ ভাস্কৰ্য্য নিপুণ তুমি
গঢ়িছাহে আপোন হাতেৰে
নন্দন বিজয়ীবীৰ কুসুম কোঁৱৰ।
কবি কল্পনাৰ ইন্দু নিন্দি পৰকাশী,
অধিশ্বৰী হেৰা অবিনাশী সৌন্দৰ্য্যৰ
কিনো বিশ্বব্যাপী আবৰণ আচলৰ।
তপস্যাৰ সিন্ধু মথি তুমিহে তাপসী
নিজৰেই উপবন ভাঙ্গি কৰি চুৰ
পিন্ধিছাহে নিজে চৰ্ম্মবাস। বাসনাৰে লিপ্ত কত শত উপবন
কৰি পুণ্য কৰি তপোবন,
তপস্যাৰ মন্ত্ৰ বাকি কৰ্ণকুহৰত
নিজ হাতে কৰিছা স্থাপন,
অপূৰ্ব্ব আত্মা শুভ্ৰ নিষ্কাম তাপস।
আজি জনালাহে প্ৰকৃতি বিপুল,
বিশ্বগ্ৰাসী বিৰাট সুন্দৰি
অন্তৰত মোৰ, প্ৰণয়ৰ দীপ্ত হুতাসন।
জলোক দ্বিপতি তাৰ
ভেদি উঠি আবৰণ দূৰ

দিগন্তৰ আন্ধাৰৰ।
জাগি উঠ প্ৰণয়ৰ সুন্দৰি প্ৰতিমা।
তোৰ যোজন বিয়পা যজ্ঞ বেদী অন্তৰত মোৰ
আজি হৃদয় মন্দিৰ মোৰ
আলোকৰে কলিপুৰ, জ্বলিলে
সাত বৰণীয়া অগ্নি শিখা
প্ৰকৃতিৰ প্ৰাণময় প্ৰণয় যজ্ঞৰ।
হোমানল মথি তই যা—অ' সুন্দৰি !
বিতৰ বিতৰগৈ শুভ্ৰ তোৰ নিৰ্ম্মল পোহৰ
উৎসৱময়ী কৰি নিমাত নিতাল
যত বিৰহীৰ মৌন প্ৰণয়ৰ
কুঞ্জ শত শত,
উজলালে আশাৰে আলোকি
উদাসী মুখ খনি প্ৰেমিকৰ।
কুসুম কোমল যাৰ প্ৰণয়ৰ কুঞ্জ মনোহৰ,
হল কালে কাইটনি বন,
কাঢ়িলে সি মাথো এটি তপত হুমুনিয়া
নিচুকি থাকিলে বহি ভাৰ লৈ ব্যৰ্থ প্ৰণয়ৰ।
তাৰে সি নিকুঞ্জ খনি উৎসবময়ী পুনু কৰ তই
উৎসবময়ী পুনু কৰ।

[ বহুতপৰ তন্ময় হৈ থাকি, তাৰ পাছত শিলৰপৰা অধীৰ হৈ উঠি আহি ]

দৃষ্টি, দৃষ্টি, দৃষ্টি দিয়া মোক।
স্পৰ্শ স্পৰ্শ স্পৰ্শ দিয়া মোক

মোৰ ইন্দ্ৰিয় অন্ধকূপ।
দৃষ্টিৰ প্ৰসাৰ মোক দিয়াহে সুন্দৰি
চাবলৈ অন্তহীন ৰূপ। ই কি।
বিশ্ব বিমোহিনী সৌন্দৰ্য্যতো সৌন্দৰ্য্য অপৰূপ।"

[অনঙ্গৰ মুখ এক দিব্য আভাত উদ্ভাসিত হৈ পৰে। তাৰ পাছত মাটিত বহি শিলত মুৰ থৈ, থৰ লাগি চাই থাকে। বতাহ বলে। বতাহ গছৰ পাতত লাগি দুৰৰ বাঁহীৰ দৰে অনবৰত ঠুনুক্ঠানাককৈ ভগাছিগা সুৰৰ দৰে শব্দ আহি সেই ঠাইডোখৰ বুৰাই পেলায়হি। সেই ফালে অনঙ্গ নিতাল মাৰে। অলপ অলপ আন্ধাৰ হৈ আহে। এনেতে কণুক, জুনুক, ঠুনুক হাতত পোৰা আলু কচু লৈ আহে। কণুকৰ হাতত এডাল আঁৰিয়া]

কণুক— অ—উ', উ, উ,—মিতা, উ,—উ।

জুনুক—উ,—উ,—উ, মিতা। সেইটো হবলা (কণুকৰ চকু অনঙ্গৰ ওপৰত পৰে)

ঠুনুক— এ কণুক এইটো হব পায়। এ জলকা লাগি পৰি আছে উ, উ, মিতা উ।

অনঙ্গ—(উঠি) কি হ'ল কণুক।

কণুক— মিতা মিতা তয় ইয়াত নেথাকিবি।

অনঙ্গ— কিয় ?

কণুক— ৰজাৰ নগৰৰপৰা বহুতো মানুহ আহি হাতে হাতে আঁৰিয়া লৈ আমাৰ গাঁৱত কিবা বিচাৰি ফুৰিছে। তোক ধৰি নিব।

অনঙ্গ— (হাঁহি) মোক মোক মোক ৰজাৰ একো প্ৰয়োজন নাই।

কণুক—তেন্তে মইনাক নিবলৈ আহিছে।

অনঙ্গ— কোন মইনা ?

কণুক— আজি ভয়ামৰপৰা এজনী ছোৱালী আহিছে নহয়।

অনঙ্গ— (আচৰিত হৈ) কেনেকুৱা।

কণুক— তাই কান্দি থাকে। মাজে মাজে হাঁহে। তাইক আমি লুকুৱাই থৈছো। তাইক ৰজাৰ মানুহে পালে হেনো কাটিব।

অনঙ্গ—(কিছুপৰ ভাবি থাকি) তাই বাৰু কত আছে?

কণুক— নকওঁ।

অনঙ্গ— মোক নকৱনে? বলচোন মই চাওঁগৈ। তাইক ভালকৈ এঠাইত লুকাই নথলে তহঁতৰ হাতৰপৰা ৰজাৰ মানুহে ধৰি লৈ যাব।

কণুক—(ভয় খাই) তেন্তে আমি তাইক কত থম? কি কৰিম?

অনঙ্গ— মোক বাৰু তাইৰ ওচৰলৈ লৈ বল! মই তাইক আটাই-'বোৰ কথা সুধিলেহে কত থলে ভাল হব কব পাৰিম।

কণুক— বল তেনে মিতা আহ বেগাই আহ। সোঁবোৰ দেখিছনে ৰজাৰ মানুহবোৰে কেনেকৈ আঁৰিয়া আৰু জোৰ লৈ পিয়া পি দি ফুৰিছে, সোঁৱা কিছুমান এই ফালেও আহিছে।

অনঙ্গ— বল।

[তিনিজনী নাগিনী আৰু অনঙ্গ ওলাই যায় আৰু অলপ পৰৰ পাছতে সেই বাটেদি আঁৰিয়া লৈ লৈ কিছুমান মানুহ যায়হি। এইদৰে কিছুপৰলৈ সেই ঠাই ডোখৰেদি আঁৰিয়া লৈ মানুহ দলে দলে অহা যোৱা কৰি থকা দেখা যায়]

আঁৰ কাপোৰ

———:*:———

# পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

[ এটা ওখ টিলাৰ ওপৰত এখন অকলশৰীয়া নগা চাং। ওখ ওখ গছে ঠাই ডোখৰ ছাটি থৈছিল। বহুত দূৰণিৰ নামনিৰ দৃশ্য দেখা গৈছিল। আকাশত জোনটো ওলাই পোহৰ দি আছিল। ঠাই ডোখৰ নিৰ্জ্জন নিস্তব্ধ। নগা চাঙৰ পৰা অলপ ওপৰত নামনিৰ দৃশ্য চাই শেৱালি বননিত বহি আছিল। ওচৰত কেওঁ নাছিল। শেৱালিয়ে নামনিৰ দৃশ্যৰ ফালে আৰু জোনটোৰ পোহৰ একে থৰে চাই থাকি মনতে ইঁহা যেন কৰে আৰু গুণ্, গুণ্, কৈ গায় ]

### গীত

যাউতিযুগীয়া ধনে মোৰ অ'।
প্ৰাণতে দিলা মোক মৰম কুমলীয়া
মনত সোৱৰণী সুৱদীয়া
বুকত ভালে পোৱা অ' প্ৰাণৰ ধনে
যাউতি যুগীয়া ধনে মোৰ অ'।
স্মৃতিৰ ছবিখনি প্ৰণয় ফুটুকীয়া
কল্পনা পুৰাই দিলা মোক অ'
যাউতি যুগীয়া ধনে মোৰ অ'।
ভাৱত অগণনে হুমুনিয়া
অময়া সৌন্দৰ্য্য জীৱন ওপচোৱা
অবলাক ঠায়ে নোজোৰে অ'
যাউতিযুগীয়া ধনে মোৰ অ'

সুখ বিনন্দীয়া মৰণতে ৰাকি
চৰগী সপোন টোপনিতে গঢ়ি দিলা মোক অ'
যাউতি যুগীয়া ধনে মোৰ অ'।
বুজা সুবুজাৰে হাঁহি কান্দোনৰে
জীৱনত পাতিলা মেলা মোৰ অ'
যাউতি যুগীয়া ধনে মোৰ অ'

[কণুক নিধাতু খাই লৰি আহে]

**কণুক**— দেখিছ দেখিছ বাৰু এতিয়া তয়ো মৰিবি আমাকো মাৰিবি!

**শেৱালি**— (অতি নিৰ্ব্বিকাৰ ভাবে) কিনো হল ?

**কণুক**— তই এনেকৈ ডাঙৰ ডাঙৰকৈ গীত গাইছিলি কেলেই। শুনিলে তই কত আছ জানিব নহয়।

**শেৱালি**— জানক দে কণুক মই আৰু জীয়াই থাকিব নোখোজো! শুনক শুনি মোক ধৰি নি কাটি পেলাওকগৈ।

**কণুক**— ইহ কোনে কাটি পেলাবগৈ। এই তই আমাৰ মিতাক চিনি নেপাৱ নহয়। সিও ভয়ামৰে মানুহ। বৰ ভাল মানুহ। তোক চাবলৈ আহিছে—উ মিতা আহ আহ।

[অনঙ্গ সোমাই আহে। শেৱালিৰ ফালে চাই শেৱালিক চিনিব নোৱাৰি থৰ লাগি চাই থাকে। কিছুপৰৰ পাছত অনঙ্গই চিনি পায়]

**অনঙ্গ**— তই শেৱালি নহৱনে ?

**শেৱালি**— (অনঙ্গৰ মাত শুনি ভালকৈ চিনি পাই) হয় মোৰ ডেকা দেউতা।

[আঠু লৈ হুক্ হুক্ কৰে কান্দিবলৈ ধৰে]

**অনঙ্গ**— তই ইয়ালৈ কেনেকৈ আহিলি?

**শেৱালি**— মোৰনো কথা কি কম ? (কান্দে)

অনঙ্গ— কি হল কথাবোৰ কচোন ?

শেৱালি—ৰাজমাও দেউতাই মোক চাওডাঙৰ হাতত কাটিবলৈ পঠি-
য়াই দিছিল। (মনে মনে থাকে)

অনঙ্গ— পিছে।

শেৱালি— পিছে সিহঁতে ইয়াতে এৰি থৈ গল।

অনঙ্গ— অ’ সেইকাৰণে আকৌ তোক ৰজাৰ মানুহে বিচাৰি আহিছে।
তোক কিয় এনেকৈ পঠাই দিলে ? (অনঙ্গ কিছুপৰ মনে মনে থাকে)
কিয় ? (শেৱালিয়ে নেমাতে) কচোন ? (শেৱালিয়ে নেমাতে।)

শেৱালি— আপোনাৰ সতে কুঁৱৰীক পঠাই দিয়া আৰু কুঁৱৰীয়ে বিহ
চেলেকি মৰাৰ পাছৰপৰা—(নীৰব হয়)

অনঙ্গ— কি হল।

শেৱালি— কাৰেঙৰ আটাইবোৰ মানুহে মোৰে কোঁৱৰৰে নানা কথা
উলিয়ালে তাতে ৰাজমাৱৰ—

অনঙ্গ—(শেৱালিৰ মনৰ ভাব আৰু অভিব্যক্তি ভালকৈ নিৰীক্ষণ কৰি) কছোন
শেৱালি সঁচা কথা, ঈশ্বৰক সাক্ষীকৈ সেইবোৰ সঁচানে ?

শেৱালি—(একে উশাহে অনঙ্গৰ চকুৰে চকুৰে চাই) তেনেই মিছা।

অনঙ্গ— (তাইৰ মুখৰ ভাব আৰু কথাৰ গঢ় দেখি তাইক সম্পূৰ্ণ বিশ্বাস কৰি)—
তেন্তে সুন্দৰে একো হকা বধা কৰা নাইনে ? তোক এনে-
কেই পঠোৱা সুন্দৰে নাজানেনে ?

শেৱালি— মই কব নোৱাৰো।

অনঙ্গ— অলপ আগতে গীত তয়ে গাইছিলি নে ?

শেৱালি—(নেমাতে)

অনঙ্গ— সুন্দৰলৈ তোৰ বৰ মৰম নেকি ?

[শেৱালিয়ে উচুপি উচুপি কান্দিবলৈ ধৰে এনেতে হুৰমুৰ কৰি

হাতত আৰিয়া লৈ কিছুমান চাওডাঙ আহি তাত ওলাই আটাই-বোৰকে বেঢ়ি ধৰে "এইজনী শেৰালি শেৰালি" বুলি চিয়ৰিবলৈ ধৰে। কণুক, জুনুক, ঠুনুকহঁতে ভয়ত চিয়ঁৰিবলৈ ধৰে। অনঙ্গ ককালত টঙালি বান্ধি তৰোৱাল খাপৰপৰা উলিয়াই তৰোৱাল দাঙে]

(বজ্র গম্ভীৰ মাতেৰে) তহঁতক কি লাগে।

১ম চাওডাঙ— শেৰালি লিগিৰীক।

অনঙ্গ— সজে সজে উভতি যা।

১ম চাওডাঙ— শেৰালি লিগিৰীক আমি লৈ যাম আমাৰ স্বৰ্গদেৱৰ আদেশ। এনেয়ে নিদিলে আমি বলেৰে নিম।

অনঙ্গ— তেন্তে (বুলি ককালৰ শিঙা এটা বজায় দূৰত কিৰিলি শুনা যায়)

১ম চাওডাঙ— ধৰ ককাইহঁত তাইক ল।

[চাওডাঙ আৰু অনঙ্গৰ ভিতৰত যুদ্ধ আৰম্ভ হয়। গোটেইখন হুৱা-দুৰা লাগে। কিছুমান নগাই যাঠি জোং লৈ তাত যোগ দিয়েহি। এই গোলমালৰ ভিতৰৰপৰা কণুক, জুনুক, ঠুনুক আৰু শেৰালি আঁতৰি দূৰলৈ যাযগৈ। কেবাটাও চাওডাঙ ঘাইল হয়। এনেতে সৰহকৈ কিছুমান চাওডাঙৰ সতে এজন ৰাজবিষয়া, মূৰত পাগমৰা আৰু মুখখন চকু নাকৰ বাহিৰে আন ঢাকি, হাতত তৰোৱালৰে ওলায়হি]

ৰাজবিষয়া—কোনে ৰজাৰ মানুহক কৰ্ত্তব্যত বাধা দিছে।

অনঙ্গ— (আগবাঢ়ি) মই দিছো। কৰ্ত্তব্যত নহয় অন্যায়ত বাধা দিছো আৰু শেষলৈকো দিম।

ৰাজবিষয়া—কোন, কোন তুমি।

অনঙ্গ— যেয়ে নহলো। এই ৰাজ্য তোমাৰ ৰজাৰ নহয়। ইয়াৰ প্ৰজাৰ ওপৰত তোমাৰ অধিকাৰ নাই। ভৈয়ামৰ অন্যায় অধৰম পৰ্ব্বতলৈ সুতুলিবা। যৰ মানুহ তলৈ উভতি যোৱাগৈ।

ৰাজবিষয়া—(মুখৰ কাপোৰ গুচায়) নহয় বন্ধু অনঙ্গৰাম অন্যায় অনা নাই ন্যায় লগত লৈ আহিছো।

অনঙ্গ—(বৰ আচৰিত হৈ) অ' সুন্দৰ আকৌ কি নব অভিযান;

নবসংস্কাৰেৰে অনুপ্ৰাণিত হৈ আজি এই বনৰীয়া জীৱনত ধুৱ-কেতুৰ দৰে পৰি কিহৰ উপদ্ৰৱৰ সৃষ্টি কৰিবলৈ আহিছা? ইয়াত তো সভ্যতা নাই, শাস্ত্ৰৰ বিধান নাই, ৰীতি নাই, নীতি নাই। ইয়াত কি ভাঙিবলৈ আহিলা? এই নিৰীহ অজলা প্ৰাণীবোৰৰ অস্থিপঞ্জৰ? এই প্ৰকৃতিৰ কোলাত বিমল সুখত উমলি থকা প্ৰাণীবোৰৰ শান্তি!

সুন্দৰ— ক্ষমা কৰিবা বন্ধু! শান্তি ভাঙিবলৈ অহা নাই শান্তি বিচাৰি আহিছো।

অনঙ্গ— কিন্তু শান্তি নেভাঙিলে যে তুমি শান্তি নোপোৱা। বাৰু কেলৈ আহিলা, শেৱালিৰ নিৰ্ব্বাসন ৰহিত কৰিবলৈ, হয়নে?

সুন্দৰ— অকল নিৰ্ব্বাসন ৰহিত কৰিবলৈ অহা নাই।

অনঙ্গ— তেন্তে।

সুন্দৰ— মোৰ কুঁৱৰী কৰিবলৈ।

অনঙ্গ— (ডাঙৰকৈ হাঁহিবলৈ ধৰে গোটেই পৰ্ব্বত জনজনাই যায়) হাঃ হাঃ হাঃ হাঃ হাঃ হাঃ তেন্তে লৈ যোৱা লৈ যোৱা শেৱালিক লৈ যোৱা। হাঃ হাঃ হাঃ আহা আহা আজি মোৰ অতিথি হোৱাহি। কাইলৈ শেৱালিক লৈ যাবা। আহা আহা।

সুন্দৰ— ইমান হাঁহি কিয় বন্ধু।

অনঙ্গ—বহুত দিন হাঁহিব পৰা নাই। আজি প্ৰাণ খুলি হাঁহিবলৈ অৱকাশ পাইছো। আহা আহা আহা বন্ধু আজি নিৰ্ব্বাসনৰ আলহী হোৱাহি!

[সুন্দৰক বাহুত ধৰি লৈ যায় আৰু আন আন চাওডাঙ আটাই-বোৰ তাৰপৰা ওলাই যায়গৈ। (কণুক, জুণুক, ঠগুকে বেঢ়ি লৈ শেৱালিক সাৱটি ধৰি এখোজ দুখোজকৈ আঁতৰি থকা ঠাইৰপৰা আহে]

কণুক— তেন্তে মইনা তোক কাইলৈ লৈ যাবগৈ। তই কুঁৱৰী হবি গৈ?

শেৱালি—(বিমনা হৈ) মই কুঁৱৰী নহওঁ তহতৰ লগতে থাকিম।

কণুক— কেলৈ কুঁৱৰী নহবি? কুঁৱৰী হবলৈ পালে—ইমান—ৰজাৰ লৰালৈ তোৰ জানো মৰম নাই।

শেৱালি—(হাঁহি) ওঁ ওঁ (মুৰ জোকাৰে) সেই—সেই কাৰণেই বুজিছ কণুক মই কুঁৱৰী নহওঁ।

কণুক— ইহ বৰ আচৰিত কথা দেখোন!। মৰম আছে যদি হবহে লাগে।

শেৱালি—ৰজাৰ লৰাই মোক কুঁৱৰী পাতিলে ৰজাৰ ডাঙৰীয়াসকলে কোঁৱৰক ৰজা ভাঙিব। আৰু মৰোৱাই পেলাব পাৰে বুজিছ।

কণুক— (চকু টেলেকাকৈ চাই থাকে) হয় নেকি?

শেৱালি—ওঁ।

কণুক— তেন্তে তই ইয়াতে থাকিবি। ৰজাৰ লৰাকো কাটিব তোকো কাটিব গলে। নালাগে যাব নালাগে যাব।

শেৱালি—নেযাও বাৰু বল এতিয়া ৰাতি হল।

[দুৰৈৰপৰা কণুকৰ মাকে মতা শুনা যায়।] [কণুক উ—উ—উ]

কণুক— উ—উ—উ।

[আটাই কেইজনী ওলায় যায়]

## দ্বিতীয় দৰ্শন

[নগা পৰ্ব্বতৰ অনঙ্গ থকা গুহাৰ আগত। দুপৰীয়া। সুন্দৰ কোঁৱৰ গুহাৰ আগৰ শিল এটাত আমন জিমনকৈ বহি আছে। ওচৰতে মাটিত কিছুমান গছৰ পাত পাৰি লৈ অনঙ্গৰাম আৰু সুদৰ্শন। তিনিও জনে ইজনৰ সৈতে সিজনে কথা-বতৰা নপতাকৈ নিজৰ নিজৰ ভাবতে বিভোল হৈ আছে]

সুদৰ্শন— (মুৰ দাঙি) সুন্দৰ, তোমাৰ এই সংকল্প এৰা

সুন্দৰ— সুন্দৰে সংকল্প কৰে, কিন্তু সংকল্প নেৰে।

সুদৰ্শন—কিন্তু ইয়াৰ পৰিণাম বৰ ভয়াবহ। তাক তুমি উপলব্ধি কৰিছানে নাই কব নোৱাৰো। এনেয়ে তোমাৰ আগৰ এটি কামে ডাঙৰীয়াসকলক আৰু ৰাইজক বৰ অসন্তুষ্ট কৰি থৈছে। এই কামে মাত্ৰ সেই উমি উমি জ্বলি থকা জুইকুৰা দপ্‌দপ্‌কৈ জলাইহে দিব।

সুন্দৰ— দিয়ক—দিয়ক। মোৰ ৰাজ্য, মোৰ ৰাজপাট পুৰি ছাৰখাৰ কৰি দিয়ক! ৰাজ্য, ধন, সিংহাসন যাওক, কেৱল মাত্ৰ মোৰ সংকল্প থাওক।

সুদৰ্শন—নহয় নহয়, তুমি সেই একে কথাকে কলে নহব। দেশৰ মুখলৈ চাই, প্ৰজাৰ মুখলৈ চাই তুমি—

সুন্দৰ— তেন্তে দেশ উচ্ছন্ন যাওক, প্ৰজাৰ সৰ্ব্বনাশ হওক।

অনঙ্গ— (বেজাৰকৈ) সুন্দৰ, তোমাৰ এনে সংকল্পৰ ফলত আজি তোমাৰ এই বন্ধুৰ (নিজৰ গালে আঙুলিয়াই) কি অৱস্থা হল দেখিলানে? কাঞ্চনমতীয়ে কেনেকৈ আঁচলৰ গাথিৰ বিহৰে তোমাৰ দণ্ডাদেশ উপেক্ষা কৰি গল?

সুন্দৰ— দেখিলো বন্ধু। আজি তোমাৰ অভিশাপক মই নিজে প্ৰাণ দি জীৱন্ত কৰি তুলিবলৈ ওলাইছো। মই বাঘজৰী ধৰা ৰথৰ চকাৰ তলত জাপ দি মই নিজেই গুৰি হৈ যাবলৈ ওলাইছো। মোৰ সংকল্প মই এৰিব নোৱাৰো।

অনঙ্গ— তোমাৰ সংকল্পৰ সিদ্ধি হওক। মোৰ অভিশাপৰ ঠাইত মই তোমাক আশীৰ্ব্বাদ দিছো।

সুন্দৰ— (সেইবোৰ কথা তল পেলাই হঠাতে) অনঙ্গ, সিদিনা তুমি ইমানকৈ কিয় হাঁহিছিলা?

অনঙ্গ— তুমি ইঁহুৱাইছিলা দেখি।

সুন্দৰ— কেনেকৈ ?

অনঙ্গ— তাক তুমি ভালকৈ জানা অৱশ্যে।

সুন্দৰ— তেন্তে শেৱালিৰে সৈতে মোৰ অবৈধ প্ৰণয় থকা তুমি বিশ্বাস কৰা ?

অনঙ্গ— বন্ধু তাৰ বাবে মই আজি তোমাৰ ওচৰত ক্ষমা বিচাৰিছো। সি মোৰ ভুল ধাৰণা আছিল।

সুন্দৰ— তেন্তে তুমি সেই বিষয়ে নিঃসন্দেহ ?

অনঙ্গ— সম্পূৰ্ণে। কিন্তু বন্ধু তোমাৰ এনে সংকল্পই যে আন সকলোকে তোমালোকৰ বিষয়ে এনেবোৰ সন্দেহ আৰু বদ্ধমূল হবলৈহে সুবিধা দিব ?

সুন্দৰ— দিয়ক সেই কাৰণেই মই শেৱালিক কাৰেঙৰ কুঁৱৰী কৰিব খুজিছো।

অনঙ্গ— ওঁ বুজিছো। তেন্তে তিৰোতা এতিয়াও তোমাৰ হৃদয়ৰ দুৱাৰদলিৰ বাহিৰতে নে ?

সুন্দৰ— ( হাঁহি ) তাত অলপো সন্দেহ নাই !

অনঙ্গ—কিন্তু তিৰোতা লৈয়েই দেখোন তোমাৰ জীৱনৰ মেলা পাতিলা ?

সুন্দৰ— পাতিলো যদিও তিৰোতাৰপৰা মই আঁতৰত। পদুম পাতৰ পানীৰ দৰে তিৰোতা মোৰ জীৱনলৈ আহিলে গলেও মোক তিয়াব নোৱাৰে বন্ধু।

অনঙ্গ— ( কৌতুহলী হাঁহিৰে সন্দেহ প্ৰকাশ কৰি ) অহঙ্কাৰ নকৰিবা।

সুন্দৰ— অহঙ্কাৰ নহয় বন্ধু। ই মাথোন মোৰ জীৱনবুৰঞ্জীৰ তিক্তাসংশ্লিষ্ট ঘটনাৱলীৰ পৰ্য্যবেক্ষণ আৰু বিশ্লেষণৰ মন্তব্যহে।

[ এনেতে কণুক, জুমুক, ঢুমুক হাতত আলু, কচু আৰু ফুল লৈ সোমাই আহে ]

সুন্দৰ— কতা নাগিনী ছোৱালীহঁত তহতৰ সতে শেৱালি নাহিলে দেখোন ?

কণুক— ৰজাৰ লৰা, শেৱালি আজি তোৰ লগত যাব নহয় সেই গুণে তাই ভালকৈ মূৰ মেলাইছে, খোপাত ফুল পিন্ধিছে, হাতত ফুল পিন্ধিছে, আৰু গালত ৰঙা ফুলৰ গুৰি সানিছে—তাই আহিব। হেঁা তোলৈ এইবোৰ ৰঙা ৰঙা ফুল দিছে।
(কণুকে সুন্দৰক কিছুমান ফুল দিয়ে সুন্দৰে সেই ফুলবোৰ হাতত লয়।)
ৰজাৰ লৰা, তই এনেকৈ মনমাৰি কেলৈ থাক ? (অনঙ্গক) মিতা বাৰু ৰজাৰ লৰাৰ কিয় বেজাৰ ?

অনঙ্গ— (হাঁহি) তহতে ৰজাৰ লৰাক নাম গুণ্ গাই নেদেখুৱাৰ দেখি।

কণুক— ইহ্।

অনঙ্গ— হয় আকৌ।

কণুক— (সুন্দৰক) আমি নাম গালে জানো তোৰ মন ভাল লাগিব ?

[সুন্দৰে মূৰ দুপিয়াই আৰু হাতেৰে ৰঙা ফুল এটা লৈ মোহাৰি থাকে]

কণুক— বাৰু আমি তেনে নাম গাম—নাচিম—দেই জুমুক—দেই ঠুমুক।

জুমুক, ঠুমুক—ওঁ ওঁ নাচিম তো—নাচিম তো।

[কণুক, জুমুক, ঠুমুকে গায় আৰু নাচে]

**নাম**

পৰ্ব্বততে ফুলিলে ৰঙানোকৈ ফুলে কলি
ৰেণুৰে বোলালি তই কুমলীয়া হাত।
অ' ভয়ামৰ সোণামুৱা কিনো ক্ষৰ গুৰি গাথি
লেখি লেখি সেউজীয়া পাত।
বনে মইনা সেউজীয়া,

গছে মইনা সেউজীয়া,
পাতে মইনা সেউজীয়া পাত,
মইনা চৰাইটিয়ে গছৰ ডালে পাতে পৰি
তোমাকে মাতিছে মিঠা মিঠা মাত।
আমনে জিমনেকৈ
থাকনো তই কিয় ঐ
গালতেনো দিয় কিয় হাত ?
হাঁহ অ' মোৰ মইনা
হাঁহ অ' হাঁহ।
ভালেনো পাও চাবলৈ,
ৰঙা ওঁঠৰ হাঁহিৰ সতে
জিকি মিকি দুয়োপাৰি দাঁত।

ৰণুক— ৰজাৰ লৰা, এতিয়া তোৰ মন ভাল লাগিছেনে ?

[ সুন্দৰে হাঁহি মূৰ জোকাৰে ]

তেন্তে তহঁতে এতিয়া একো নাখাবনে ? চাচোন বেলিটো মূৰৰ ওপৰ পালেহি নহয়। এইয়া আমি আলু আনিছো, কচু আনিছো। যা তহঁতে নিজৰাত গা ধুই আহগৈ। আমিও গা ধুই মইনাক লগত লৈ আহিম। তই তেতিয়া বৰ ভাল পাবি নহয় নে ?

সুন্দৰ— ( উঠি ) বাৰু ৰণুক তহঁত যা মই যাম।

ৰণুক— আমি এতিয়াই আহিম দেই।

[ ৰণুক, জুনুক, ঠুনুক যায়গৈ। বপুৰা সোমাই আহে ]

বপুৰা— পিছে ঈশ্বৰসকলে জানো গা নিতিয়াই ? বন্দীয়ে খাবলৈ সকলো যতাই পিতাই আহিছো নহয়।

সুদৰ্শন—বলা সুন্দৰ।

অনঙ্গ— বলা !

[ আটাই কেউজন উঠি তাৰপৰা ওলাই যায়, আৰু বপুৰাই অলপ ইফাল সিফাল কৰি থাকোতেই এটা গা-ৰখীয়া চাওডাঙ আহে ]

গা-ৰখীয়া চাওডাঙ—পিছে বৰা আজি আমাৰ যোৰা হবনে নহয় ?

বপুৰা— নহব কিয় ? খাই বৈ, শেৰালি কুঁৱৰীক তহঁতৰ কানত তুলি গায়নে বায়নে, গিজ্‌তাঁও গিজ্‌তাঁও কৈ নগৰ হেন্দোল-দোপ দলদোপ্‌ লগাই পেলাম গৈ নহয়। মই নিজে ঢোল বায় আগে যাম। বুজিছ—( হাতেৰে ঢোলত কোব মৰা যেন কৰি ) ধিনদাও খিত্‌তাঁও, ধিনদাও খিত্‌তাঁও খিতি খিতি তাঁও, তাঁও তাঁও তাঁও তাঁও, খিতাঘিনা খিতিতাঁও ধিন্দাক ধেই। এইদৰে বাপেকে কেনে শুনিলি ?

গা-চাওডাঙ—বঢ়িয়া। বোলো আমাৰ লিগিৰী বড়া মুখ বায়ননে কোন ?

বপুৰা— মুখ বায়ন হে, কাষত দুটা মূৰত এটা পিঠিত এটা আগত এটা লৈ যেতিয়া বাই দিম হেঃ। পিছে তাৰ পাছত শেৰালি কুঁৱৰীৰ পাছতে কোন যাব জান ?

গা-চাওডাঙ—কোন ?

বপুৰা— যিহে এজনী ছমক ছায়া।

[ বুলি আনন্দত টকালি পাৰি তিনি দেও মাৰে ]

গা-চাওডাঙ—তেৰাজনী পিছে কোন বা ?

বপুৰা— এই বপুৰাৰ ভাগৰ জনী।

গা-চাওডাঙ—পিছে বৰাৰ আগৰজনী ?

বপুৰা— আগৰ জনীক—হেঃ তাইক কাচি কাচি তেল খাৱণি দি দলনিত পোনা মেলিমগৈ। (তাই বেটিয়ে নাজানে এই

বপুৰা ৰবাই লাগ বুলিলে কেইজনী অপেচৰী পাব পাৰে ! মেনকাক আনিবলৈ বপুৰাৰ এটি চকুৰ টিপ, উৰ্ব্বশীক এটা মুহুৰি আৰু তিলোত্তমাক এটি টিলিকিৰ হে ‘বঞ্চক’। হে তাই বেটিয়ে মোক বেয়া দেখিছে—হে মই টঙ্ কৰি আছো, ওৰণি তলেদি দুৱাৰপৰীয়াৰ মাজু পুতেকলৈ মিচিকি হাহিটো মাৰি পঠোৱা। বেটি হেঃ তাইক। “তিৰি মিৰি ভাটৌ কোৱা এই চাৰি জাতিৰ আসৈ নোপোৱা।” এই কথা কেফাকি যি বাপেকৰ পুতেকে সৰজিলে সিটো তাৰ বাপেকৰ পুতেকেই আৰু ককাকৰো নাতিয়েক। সি পণ্ডিত নহৈ মূৰুখ আছিল যদিও বৰ গিয়ানি মূৰুখ পুৰুষ প্ৰবৰ।

গা-চাওডাং—পিছে এতিয়ানো কোনজনা অপেচৰী আপোনাৰ দেহাত ওলোমা বাদুলি দি লম্ভিছে ?

বপুৰা— এতিয়াও পিছে মই ইন্দ্ৰৰ ভাগৰ কেজনীলৈ চকু দিয়া নাই। দিমনো কেলৈ ! ভাল মানুহৰ ভাল কথা। পিছে এই বোলেনে কিম্ভুত প্ৰকাৰে এজনী নাগেশ্বৰীক হে মোৰ গাটো মেৰপাক খুৱাই ধৰিবলৈহে সুবিধা কৰি দিছো। এনে কোমল নিমজ নাগপাশ জনী ঐ ( বৰ কোমল ভাব দেখুৱাই ) গাটো তাই চুই দিলে ( নিজৰ গাতে আলফুলকৈ হাতফুৰাই ) বৰ ভাল লাগে নহয় !

[ গাত সেইদৰে হাত ফুৰাই থাকোতেই সুন্দৰ তিতা কাপোৰেৰে আহি তাত থিয় হয়হি। সুন্দৰক দেখি বপুৰা উচপ্ খাই উঠে। ]

এহ্ গাত কটা চোৰাত পাত লাগিল হবলা। এহ্ এহ্—

[ বুলি বেগেৰে ওলায় যায়। চাওডাঙটোও সেয়া কৰি ওলায় যায়। সুন্দৰে হাতৰ গামোছা খন মূৰত দি, মূৰৰ পানী টুকি

এখোজ দুখোজকৈ গুহাৰ মুখৰ ফালে যাওতে দূৰত কিৰিলি প্যাৰি ইহাৰ শব্দ শুনি থমক খাই বৈ উভটি চাই, আকৌ এখোজ দুখোজকৈ গৈ গুহাত সোমায় গৈ। এনেতে দূৰত চিয়ৰি কণুক জুনুক ঠুনুকে কন্দা শুনা যায় আৰু লগতে "মইনা উটি গল ও— মইনা উটি গল—বুলি চিয়ৰা শুনা গল। সুন্দৰ গুহাৰ ভিতৰৰ পৰা তিতা কাপোৰেৰেই ভয়ঙ্কৰ উদ্বিগ্ন হৈ-"কোন? কোন? কোন উটি গল? কোন উটি গল?" ওলায় চাৰিওফালে চাই যি ফালৰ শব্দ অহা যেন শুনিছিল সেই ফালে (বাওঁ ফালে) বেগেৰে যাব খোজোতেই কণুক, জুনুক, ঠুনুক নিধাতু খাই, তিতা কাপোৰেৰেই কান্দি হায়ৈ বিয়ৈ কৰি তাত ওলাইহি আৰু "দেৱে লৈ গল অ' দেৱে লৈ গল" বুলি কান্দিবলৈ ধৰে। সুন্দৰে সিহঁত অহা ফাললৈ"—কত? কত? কোন ফালে?"—বুলি যাবলৈ ধৰোতে আটাই কেউজনীয়ে আঠুকাঢ়ি ভৰিত সাৱট মাৰি ধৰি "তই নাযাবি অ ৰজাৰ লৰা—তোকো দেৱে লৈ যাব—তই নাযাবি" বুলি বাধা দিয়ে। কিন্তু সুন্দৰে সিহঁতক হাতেৰে বলেৰে আঁতৰাই নিধাতু খাই লৰি ওলায় যায়। কণুক, জুনুক ঠুনুক থিয় হৈ সুন্দৰ যোৱা ফালে মহা আতঙ্কেৰে চাই কান্দিবলৈ ধৰে। এনেতে সুদৰ্শন আৰু অনঙ্গৰাম তিতা কাপোৰেৰে তালৈ সোঁফালেদি সোমাই সুন্দৰ যোৱা ফালে লৰি ওলাই যায়গৈ। তাৰ পাছতে সুদৰ্শন আৰু অনঙ্গৰামে ডাঙি মূৰ্চ্ছিত সুন্দৰক তালৈ লৈ আহে। সুন্দৰৰ তেনে অৱস্থা দেখি কণুক জুনুক ঠুনুকে হুৰাও-ৰাওকৈ কান্দিবলৈ ধৰে। সুদৰ্শনে হাতেৰে হাক দিয়াত সিহঁতে মুখত কাপোৰৰে সোপা দি উচুপিবলৈ ধৰে; আৰু ওচৰলৈ আহি সুন্দৰলৈ বিয়াকুল হৈ চাবলৈ ধৰে। অনঙ্গই সুন্দৰৰ মূৰ কোলাত লৈ পানী থপিয়াই শুশ্ৰূষা কৰিবলৈ ধৰে। সকলোৰে মুখত ভীষণ উদ্বিগ্নতা। কিছুপৰ শুশ্ৰূষাৰ পাছত সুন্দৰে লাহে লাহে চেতনা পায় আৰু মূৰ দাঙিবলৈ চেষ্টা কৰে, কিন্তু সুদৰ্শনে উঠিবলৈ নিদিয়ে। অলপ পানী মুখত দিয়ে]

সুন্দৰ— পালানে? শেৱালিক পালানে?

[কোনেও উত্তৰ নিদিয়ে। সুন্দৰ উঠিবলৈ মূৰ ডাঙি কিলাকুটিত ভৰ দি]

তেন্তে পোৱা নাই, নাই? তেন্তে শেৱালি সচাকৈয়ে উটি গল? উটি গল? নিজৰাই উটি গল। চাকনৈয়াৰ বুকুত

মাৰ গল। বন্ধু, বন্ধু, সুদৰ্শন! অনঙ্গ! শেৱালি কলৈ গল??
[আটাইবোৰ বিমৰ্ষ আৰু নিমাত]

বুজা নাছিলো বন্ধু—বুজা নাছিলোঁ। বুজালি—শেৱালি মোক বুজালি। জীৱনৰে বুজালি, মৰণৰে বুজালি, মোৰ জীৱন যজ্ঞত তোৰ জীৱন আহুতি দিলি। তিৰুতাৰ অন্তৰৰ-গুপুত সৌন্দৰ্য্যৰ নিৰ্জন খনি পোহৰাই-জ্বলি থকা তিৰুতাৰ হীৰাতো শুভ্ৰ ভাল পোৱাৰ সন্দেদ—মোক কৈ গলি। ত্যাগৰ মুকুটৰে উজলি শেৱালি গোসানী মোৰ জীৱন সুদাকৈ, কাৰ আহ্বানত, সৃষ্টিৰ ইন্দ্ৰজাল ভেদি—কোন ব্ৰহ্মাণ্ডলৈ উফৰি গলি? বিশ্ব জগতৰ সকলো তিৰোতাৰ গালতে কি গৌৰবৰ সেন্দুৰ সানি গলি! মোৰ কাৰণে অ' মোৰ কাৰণে তই হাঁহি মুখে চাকনৈয়াক চুমা খালি! বন্ধু এৰি দিয়া মোক এৰি দিয়া। শেৱালিক মই বিচাৰি যাওঁ। পৰ্ব্বতৰ গায় গায়, নিজৰাৰ পাৰে পাৰে—বিচাৰি যাওঁ—শেৱালিক মই বিচাৰি যাওঁ।
[উঠিব খোজে কিন্তু সুদৰ্শনে আৰু অনঙ্গই ধৰি ৰাখে]

(বৰ উত্তেজিত হৈ) কি চাই আছা? কি চাই আছা? বন্ধু কি চাই আছা?? শেৱালিক আনি নিদিয়া কিয়? শেৱালিক বিচাৰি নোযোৱা কিয়? পৰ্ব্বতৰ নিজৰাৰ পানী সিচি, নিজৰা শুকুৱাই শেৱালিক চাকনৈয়াৰ বুকু ফালি মোক আনি নিদিয়া কিয়? (সংযম হেৰুৱাই) আনি দিয়া, আনি দিয়া, আনি দিয়া শেৱালিক মোক আনি দিয়া—নিদিয়া কিয়? [লাহে লাহে মূৰ্চ্চা যোৱাৰ দৰে হৈ আহে]
উটি গল। উটি গল!! শেৱালি মোৰ উটি গল!!! কোন

পখীৰ ডেওঁ ফটিক কোঠালিটোলৈ উৰি গ'লনে গৈ?
আহ্ আহ্ উৰি আহ — আমোলৰ বৰ্ষাতিটোলৈ
ফুলৰ কুঁৰিকিটোলৈ মোৰ পুখিৰ পাতবোৰ
সামৰি থবলৈ, মোৰ সোণৰ পালেঙটোলৈ মেল-
-নিক মাৰ্ত আনিবলৈ — আহ্ উৰি আহ্।
আহ্ - আহ্ অ' শেৱালি আহ্। মোৰ লগত
কথা পাতহি -। গুন গুনকৈ নাম গাহি
আহ্ আহ্ কথা নাপাতাহ কিয়? --
কথা পাতা - হাঁ - হাঁ

[উঠি বহি হাত আগবঢ়াই দি সপোনৰ দৰে]

অ' শেৱালি ওই উৰি নাহ কিয়? কথা
নাপাত কিয়?? নাহাহি কিয়???
কথা ক'-- অ' সোণৰে শেৱালি কথা ক
অ' প্ৰাণৰে শেৱালি কথা — কথা —
কথা — ক !!!

[সুন্দৰ ঢলি পৰি যায়]



